মাতৃ-পূজাৰ অৰ্ঘ্য ৫ম পুথি

# আচাৰ্য্য বিনোৱা ভাবে



শ্ৰীপ্ৰণীতা দেৱী

## —অৰ্পণ—



পূজনীয় দেউতা—শ্ৰীসোমেশ্বৰ বৰুৱাদেৱৰ
হাতত অভাজন সন্তানৰ স্নেহাৰ্ঘ্য

— লেখিকা—

# পাতনি

আচাৰ্য্য বিনোৱা ভাবেৰ চিকুন জীৱনী লিখিবৰ আমাৰ সাধ্য নাই। তেখেতৰ মহান কাৰ্য্যাৱলী আমি ম্লান দৃষ্টিৰে নেদেখোঁ— বুকুত মাথোঁ অনুভৱ কৰোঁ।

তেখেতে কৰ্ত্তব্যৰ সমুদ্ৰ মন্থন কৰি জনতালৈ যি অমৃত বাণী আনিছে তাক ভাষাৰে বৰ্ণনা কৰা নেযায়। সমুদ্ৰত বালুকণা থাকে এই জীৱনী খনিও তেওঁৰ জীৱনৰ অপূৰ্ব্ব কৰ্মভৰা উৰ্ম্মিমালাৰ এটি বালুকণাহে। এই জীৱনী খন লিখিবলৈ প্ৰথমে আমাক উৎসাহ দিয়ে শ্ৰীযুতা হেমভবালীয়ে। তেখেতৰ উৎসাহ নোপোৱা হলে এই অমৃত পান কৰিবলৈ আমাৰ ভাগ্যত নহলহেতেন। লেখিকা সেই বাবে তেখেতৰ ওচৰত কৃতজ্ঞ।

ইয়াৰ পাছতে শ্ৰীযুত পীযুষ দাস বি. এ. আৰু প্ৰফেচাৰ শ্ৰীযুত যাদৱনাৰায়ণ দাস এম এ দেৱে আমাৰ লিখা চাই মেলি আমাক গ্ৰন্থখনি প্ৰকাশৰ কাৰণে মত দিয়ে। সেই বাবে আমি উভয়ৰ ওচৰত কৃতজ্ঞ। বিনোৱাজীৰ বক্তৃতা খিনি অনুবাদ কৰি দিয়া হৈছে। অনুবাদৰ আচল সত্য প্ৰকাশ কৰিবলৈ ঠায়ে ঠায়ে আচল অনুবাদৰ পৰা আতৰি অহা হৈছে—ৰাইজে যেন সেই বাবে আসোঁৱাহ নধৰে। এই জীৱনীখনে ৰাইজৰ হৃদয়ত নামমাত্ৰও ৰেখাপাত কৰিবলৈ সমৰ্থ হ'লে জীৱনীখনৰ মান উন্নত হ'ব। ৰাইজৰ বিচাৰৰ ওপৰত জীৱনীখনৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।

ধুবুৰী

১৭।৩।৫৫

প্ৰণীতা দেৱী

# আচাৰ্য্য বিনোবা ভাবে

বিনোবাজীৰ জীৱনী সম্বন্ধে ভাৰতৰ নিচেই কম সংখ্যক লোকেইহে জানিবলৈ সক্ষম হৈছে। ই সঁচাকৈয়ে পৰিতাপৰ কথা। বিনোবাজীয়ে কেতিয়াও নিজৰ জীৱনী লিখিবৰ বাবে আনক উৎসাহ দিয়া নাছিল। মানুহৰ কৰ্ত্তব্যইহে মানুহৰ ভিতৰত লুকাই থকা মহৎ আত্মাৰ পৰিচয় দিয়ে। প্ৰদীপ জ্বলিলেই চগা আহে কাৰণ পোহৰলৈ চগাৰ লোভ। তেনেকৈয়েই যেতিয়া এন্ধাৰত বাট বিচাৰি নোপোৱা পথিকে জ্ঞানৰ পোহৰ দেখে তেতিয়া তেওঁ চগাৰ দৰে জ্ঞান প্ৰদীপৰ অন্বেষণ কৰে। লোভৰ লালিমা চকুত লৈ চগা যেতিয়া প্ৰদীপৰ কাষ চাপে তেতিয়া চগাবোৰৰ মৃত্যু ঘটে। কিন্তু জ্ঞান প্ৰদীপৰ পোহৰৰ পৰশলৈ যেতিয়া পথিক আহে তাত তেওঁৰ মৃত্যু নঘটে—তাত তেওঁ পায় অমৃত। এই দৰেই বিনোবাজীৰ প্ৰতিভা দেখি বৰ্ত্তমান সমগ্ৰ বিশ্বই তেওঁৰ কৰ্ম্মপদ্ধতিলৈ কৌতুহলেৰে দৃষ্টিপাত কৰিছে। কিন্তু সিদিনালৈকে তেওঁৰ প্ৰতিভা কোনেও উপলব্ধি কৰিব নোৱাৰিছিল।

বম্বে প্ৰেচিডেন্সিৰ কোলাবা জিলাৰ গেগ্‌ড গাৱঁৰ এটি ব্ৰাহ্মণ পৰিয়ালত ১৮৯৫ চনৰ ১১ চেপ্তেম্বৰত বিনোবাজীৰ জন্ম হয়। বিনোবাৰ মাতৃ ৰুক্মিণীদেবী এগৰাকী আদৰ্শপৰায়ণা আৰু ধৰ্ম্মভীৰু মহিলা আছিল। তেওঁৰ পিতৃদেৱ শ্ৰীনৰহৰ সম্ভুৰাও ভাবে এজন বয়ন-বিশেষজ্ঞ আৰু দৃঢ় স্বভাৱৰ কৰ্ম্মী পুৰুষ আছিল।

## আচাৰ্য্য বিনোৱা ভাবে

বিনোৱাজীৰ পিতৃদেৱ কৰ্ম্মৰ খাতিৰত বৰোদাত থাকিব লগা হৈছিল। আৰু সেই কাৰণেই বিনোৱাজীয়ে শৈশৱৰ অধিকাংশ সময় তেওঁৰ ককাদেউতাক শ্ৰীসম্ভুৰাও ভাবেৰ লগত থাকিবলৈ সুবিধা পাইছিল। সম্ভুৰাও ভাবে এজন ধৰ্ম্মপ্ৰাণ ব্যক্তি আছিল। সেই কাৰণে সেই ঠাইখনৰ প্ৰায় সকলোৰে শ্ৰদ্ধাভাজন আছিল।

বিনোৱাজীয়ে এদিন কৈছিল, তেওঁক ধৰ্ম্মৰ প্ৰতি অনুপ্ৰাণিত কৰি তোলাৰ গুৰিতে আছিল তেওঁৰ ককাদেউতাক।

বিনোৱাজীৰ ভায়েক ভনীয়েক সৰ্ব্বমুঠ পাঁচোটি আছিল। বিনোৱাজী আছিল প্ৰথম সন্তান। তেওঁৰ ভ্ৰাতৃ শ্ৰীভালকভাই পুনাৰ ওচৰত 'উৰুলি কাঞ্চন' নামে ঠাইত প্ৰাকৃতিক চিকিৎসাৰ দ্বাৰা আৰোগ্য কৰা অনুষ্ঠান এটি পৰিচালনা কৰি আছে। এই ক্লিনিক্ মহামানৱ মহাত্মা গান্ধীয়ে স্থাপন কৰিছিল। তেওঁৰ তৃতীয় ভ্ৰাতৃ শ্ৰীশিৱাজী ভাবে এজন-ভাষাতত্ত্ব বিশাৰদ সাধু পণ্ডিত আৰু বিনোৱাৰ লেখনীৰ ওপৰত কৰ্তৃত্ব চলাব পৰা লোক আছিল। চতুৰ্থ জনা শান্তাবাই নামেৰে এগৰাকী ভনীয়েক বিবাহৰ কিছুদিন পাছতেই মৃত্যুমুখত পৰে আৰু আটাইতকৈ সৰুমলীয়া ভায়েক দত্তই নিচেই কোমল বয়সতে ইহলীলা ত্যাগ কৰে। বিনোৱাজীৰ দৰে তেওঁৰ ভ্ৰাতৃদ্বয়ো চিৰকুমাৰ। ত্যাগ আৰু মানৱৰ সেৱাৰ কাৰণে তেওঁৰ ভ্ৰাতৃদ্বয়ে জীৱন আগবঢ়াইছে।

## আচাৰ্য্য বিনোৱা ভাবে

বিনোৱাভাবেৰ শিক্ষা-জীৱন আৰম্ভ হৈছিল গেগ্‌ড গাৱঁৰ প্ৰাকৃতিক আৱহাওৱাৰ মাজত। তেওঁ কিতাপ পঢ়ি বৰ ভাল পাইছিল। যি কিতাপে তেওঁক আনন্দ দিব নোৱাৰিছিল তেনে কিতাপ তেওঁ কেতিয়াও নপঢ়িছিল। বাতৰি কাকত তেওঁৰ প্ৰিয়পাঠ্য আছিল। মহৎপ্ৰাণ ৺লোকমান্য তিলকৰ 'কেশৰী' নামৰ আলোচনীখন তেওঁ তেওঁৰ মাতৃদেৱীক প্ৰতিদিন পঢ়ি শুনাইছিল। এই মহিমাময়ী মাতৃ গৰাকীৰ সহায়ত বিনোৱাই নিজৰ চৰিত্ৰ দৃঢভাবে গঠন কৰিবলৈ সমৰ্থ হৈছিল—এই মাতৃদেৱীৰ পৰাই নিজৰ জীৱন মানৱৰ কাৰণে উছৰ্গা কৰিবলৈ অনুপ্ৰেৰণা পাইছিল। এই মাতৃ গৰাকীয়ে ভগবানৰ নামত নিবেদন নকৰাকৈ কোনো বস্তু নিজে কেতিয়াও গ্ৰহণ নকৰিছিল। ওচৰ চুবুৰীয়াক তেওঁ বৰ মৰম কৰিছিল। সংসাৰৰ প্ৰায সকলো বস্তুকে ওচৰ-চুবুৰীযাক নিদিয়াকৈ থকা নাছিল।

বিনোৱাৰ মাতৃদেবীৰ পৰিচালনাত সংসাৰখন পবিত্ৰময় আছিল। ১৯০৫ চনলৈকে বিনোৱাৰ পিতৃদেৱে বৰোদাত অকলশৰীয়া জীৱন যাপন কৰিছিল। তাৰ পিছত তেওঁ পৰিয়ালটো নিজৰ লগলৈ আনি বিনোৱাক প্ৰাইমেৰী স্কুলত নাম লগাই দিলে। দেউতাকে তিনিবছৰ ধৰি নিজেই ইংৰাজী, গণিত আদি শিকালে। ১৯১০ চনৰ পৰা চতুৰ্থ ষ্টেণ্ডাৰ্ডৰ ছাত্ৰৰূপে বিনোৱাজীৰ নিযমিত পাঠ্য জীৱন আৰম্ভ হয়। ছাত্ৰ হিচাবে তেওঁ

এজন কৃতী ছাত্ৰ আছিল। মহাৰাষ্ট্ৰীয় ধৰ্মগ্ৰন্থৰাজি অধ্যয়ন কৰাৰ উপৰিও ৰাজনীতি আৰু স্বাধীনতা বোধ থকা সাহিত্য চৰ্চ্চা কৰি তেওঁ ভাল পাইছিল। ১৯১৩ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ আৰ্টচ কলেজত নাম লগায়। কিন্তু তেওঁ এই কলেজীয়া শিক্ষাত সুখী নহ'ল। তেওঁ অন্তৰত অনুভৱ কৰিলে ওখ আকাঙ্খাই তেওঁক বাৰে বাৰে আহ্বান কৰিছে। এই আহ্বান কি তেওঁ নিজেই বুজিবলৈ অক্ষম হ'ল। দুবছৰ কলেজত অধ্যয়ন কৰি থাকোতে তেওঁৰ অন্তৰৰ ভিতৰত ভয়ঙ্কৰ উদ্বিগ্নতাই খলক লগালে। যন্ত্ৰণাত অন্তৰ অতীষ্ঠ হৈ উঠিল। তেওঁ তাতকৈয়ো কিবা মহৎ কাম কৰিবৰ কাৰণে চিৰদিনলৈ ঘৰ এৰিবৰ ইচ্ছা কৰিলে।

১৯১৬ চনৰ প্ৰথমছোৱা সময়ৰ এটি দিন। বিনোৱাৰ মাতৃদেৱী ৰন্ধন কাৰ্য্যত ব্যস্ত হৈ আছিল। বিনোৱাজী ৰান্ধনি ঘৰলৈ হাতত কিছুমান কাগজ লৈ আহি জুইত নিক্ষেপ কৰিলে। মাকে উৎকণ্ঠিত চিত্তে সেই কাগজ বোৰ কি বুলি সোধাত বিনোৱাই উত্তৰ দিলে যে তেওঁ তেওঁৰ স্কুল আৰু কলেজৰ চাৰ্টিফিকেটবোৰ ছাইত পৰিণত কৰিছে। মাকে কলে "সেই কাগজবোৰ ভৱিষ্যতে কামত আহিব পাৰে", তৎক্ষণাৎ উত্তৰ আহিল "নেলাগে, মই যেতিয়া কলেজ ত্যাগ কৰিবলৈ স্থিৰ কৰিলোঁ। তেতিয়া এই কাগজপত্ৰ ভৱিষ্যতে আৱশ্যক নাই।" এয়ে আছিল বিনোৱাৰ স্থিৰ সিদ্ধান্ত।

১৯১৬ চনৰ মাৰ্চ্চ মাহত যেতিয়া তেওঁ ইণ্টাৰমিডিয়েট্‌ পৰীক্ষাৰ কাৰণে বোম্বৈলৈ আহে তেতিয়া বিনোৱাই বাটতে চুৰাতত নামি বেনাৰস বুলি ৰাওনা হ'ল। এই বিষয়ে তেওঁৰ এজন বন্ধুৱে সুধিছিল যে কিহৰ কাৰণে তেওঁ এই পথ বাছি ললে। উত্তৰত তেওঁ কৈছিল যে "ব্ৰহ্মক পাবলৈ তেওঁৰ অন্তৰত জন্মা বাসনাই তেওঁক এই পথ লবলৈ প্ৰেৰণা দিছে।" আৰু তেতিয়াৰ পৰাই তেওঁৰ এই মহৎ বাঞ্ছা অন্তৰত সৰ্ব্বকাল জাগ্ৰত হৈ আছে। ইয়াৰ পিছত বিনোৱাজীয়ে বৰোদাত কিছুদিন থাকি সাহিত্যৰত্ন সংগ্ৰহ কৰিবলৈ ধৰিলে। মহাৰাষ্ট্ৰীয় ধৰ্ম্মগ্ৰন্থ বিলাক পঢ়োতে পঢ়োতে তেওঁৰ প্ৰায় অধিকাংশই কণ্ঠস্থ হৈ পৰিছিল। এই অধ্যয়নে তেওঁক পিচলৈ বহুত সহায় কৰিছিল। ইযাৰ দ্বাৰাই সংস্কৃতৰ গীতা মাৰাঠী ভাষাত দুলৰী ছন্দেৰে লিখিবলৈ তেওঁ সমৰ্থ হৈছিল। নিচেই কোমল বয়সৰ পৰাই বিনোৱাই পদব্ৰজে ভ্ৰমণ কৰা অভ্যাস কৰিছিল। বৰোদাত থকা কাল ছোৱাত প্ৰায় প্ৰতিদিন দুই চাৰিজন বন্ধুক লগত লৈ তেওঁ তিনি ঘণ্টা চাৰিঘণ্টাকৈ দহৰ পৰা বাৰ মাইললৈ খোজকাঢ়ি আনন্দ লভিছিল। খোজকঢ়া আৰু অধ্যয়ন কৰাই তেওঁৰ প্ৰধান দুটি কাম আছিল বুলি ক'ব পাৰি। বৰোদাৰ ষ্টেট্‌ লাইব্ৰেৰীত তেওঁ এজন সকলোৰে পৰিচিত লোক আছিল।

সংগঠন-মূলক কামত তেওঁৰ সদায় আগ্ৰহ আছিল। সকলো গঠনমূলক কামত তেওঁ সহায় কৰিছিল; কিন্তু কেতিয়াও

উচ্চ পদবীলৈ তেওঁৰ আকাঙ্ক্ষা নহৈছিল। তেওঁ কোনো দলৰ বা পাৰ্টিৰ লোক নাছিল।

১৯১৬ চনত তেওঁৰ জীৱনৰ এক অধ্যায় শেষ হয় আৰু অইন এক অধ্যায়ৰ পাতনি মেল খায়। কলেজীয়া জীৱনৰ যৱনিকা পেলালে সঁচা কিন্তু অন্তৰৰ দাবী কি দৰে পূৰ্ণ কৰিব পাৰে এইটোৱেই হ'ল শেহত তেওঁৰ চিন্তা। এটা কথা তেওঁ নিশ্চয় কৰি জানিছিল যে সংসাৰৰ সকলো বস্তুৱেই পৰম পিতা পৰমেশ্বৰৰ, আৰু তেওঁকেই সকলো অৰ্পণ কৰিব লাগে আৰু সদায় নিজ মাতৃভূমিক সেৱা কৰিব লাগে। এই নিশ্চয়তাকে অৱলম্বন কৰি পৰম পিতাৰ ওচৰত সকলো উজাৰি তেওঁ বেনাৰসলৈ আহি সংস্কৃত অধ্যয়ন কৰে।

প্ৰথমছোৱাত তেওঁ যদিও ৰাজনীতিগত দলবোৰত যোগ দিবলৈ উৎসুক হৈছিল, পিছত তেওঁৰ মনত ভাল নলগাত সেইবোৰৰ পৰা আঁতৰি আহে। ঠিক সেই সময়তে মহাত্মা গান্ধীৰ নামত দেশজুৰি জাগৰণৰ ঢৌ উঠিছে। এই ঢৌৱে তেওঁৰ অন্তৰকো স্পৰ্শ কৰিলে। বিশেষকৈ তেওঁ যেতিয়া বাতৰি কাকতৰ জৰিয়তে শুনিলে যে নতুনকৈ স্থাপন কৰা বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ সন্মুখত হেজাৰ হেজাৰ অভিজাত্যসম্পন্ন লোকৰ উপস্থিতিত মহাত্মাজীয়ে ভাৰতৰ ৰজা মহাৰজা সকলক তেওঁলোকৰ ধন দৌলত বিক্ৰী কৰি পেলাবলৈ অনুৰোধ কৰিছে। তেতিয়া

বিনোৱাই আনন্দিত হৈ মহাত্মা গান্ধীলৈ ৰাজনীতি আৰু ধৰ্মনীতি সম্বন্ধে আলোচনা কৰি এখন চিঠি লিখে। মহাত্মা গান্ধীয়েও চিঠিৰ উত্তৰ দিয়ে। এইদৰে কিছুদিন চিঠিপত্ৰৰ আদান প্ৰদান হোৱাৰ পাছত মহাত্মাই নতুনকৈ স্থাপন কৰা কচাৰাব আশ্ৰমলৈ নানান সমস্যা সমাধানৰ আলোচনাৰ্থে বিনোৱাক মাতি পঠিয়ালে। আৰু মহাত্মাৰ ইচ্ছা অনুক্ৰমে ১৯১৬ চনৰ ৭ জুন বুধবাৰে তেওঁ মহাত্মাৰ ওচৰত উপস্থিত হ'লহি।

বেনাৰসত মাথো তেওঁ তিনিমাহ সময়হে থাকিবলৈ পালে। প্ৰথমবাৰলৈ দুয়ো ইজনে সিজনক আৱিষ্কাৰ কৰিবলৈ সক্ষম হ'ল। বিনোৱাজী আশ্ৰমৰ প্ৰধান সভ্য হ'ল। তেওঁ নিজকে প্ৰধানকৈ কোনো বিষয়তে দেখুৱাবলৈ ভাল নেপাইছিল বুলি আগতে এবাৰ উল্লেখ কৰা হৈছে। তেওঁ ইয়াতো সেই ইচ্ছা বহাল ৰাখি নিশব্দে যি কাম তেওঁক অৰ্পণ কৰা হৈছে সেই কাম কৰি যাবলৈ ধৰিলে। নীৰৱে তেওঁ দায়িত্ব পালন কৰিলেও গধূলি প্ৰাৰ্থনাৰ পাছত তেওঁ হয়তো কোনো গ্ৰন্থ অধ্যয়ন কৰিছিল নাইবা কোনো আলোচনা বা কোনো প্ৰশ্নৰ উত্তৰ দিয়াত ব্যস্ত আছিল। নিচেই অলপ সময়ৰ ভিতৰতে তেওঁ আশ্ৰমৰ সকলোৰে প্ৰিয় হৈ উঠিল। তেওঁ আজৰি পৰত পৰাপক্ষে শিক্ষাৰ প্ৰতি ধাউতি থকা লোক সকলক শিক্ষা দিছিল। কাম এনে দৰে আগবাঢ়ি গৈ থাকোতে এদিন মহাত্মাজীয়ে জানিব পাৰিলে যে বিনোৱাই তেওঁৰ

দেউতাকে নজনাকৈয়ে এই পথ লৈছে। সেই কাৰণে তেওঁ বিনোৱাৰ দেউতাকলৈ এই মৰ্ম্মে এখন চিঠি লিখিলে—

"আপোনাৰ পুত্ৰ বিনোৱা মোৰ লগত আছে। তেওঁ অতি কম বয়সতে সাহসী আৰু উদাসীন হৈছে। এনে হবলৈ মোৰ কেইবা বছৰো ধৈৰ্য্যৰ আৱশ্যক হৈছিল।"

কিন্তু আশ্ৰমত বেচি দিন থাকিবলৈ নৌ পাওঁতেই বিনোৱা অসুস্থ হৈ পৰিল। বাপুৰ সন্মতি লৈ তেওঁ এবছৰৰ কাৰণে আশ্ৰমৰ পৰা আঁতৰি আছিল আৰু ঠিক এবছৰৰ মূৰত নিজৰ প্ৰতিজ্ঞা অনুসৰি আশ্ৰমত উপস্থিত হ'লহি। বাপুৱে বিনোৱাৰ প্ৰতিজ্ঞাৰ কথাও বিস্মৃত হৈছিল। বাপুৱে বিনোৱাৰ এই অপূৰ্ব্ব প্ৰতিজ্ঞা পালনৰ দৃষ্টান্ত দেখি আচৰিত হৈ কৈছিল "ই তোমাৰ সত্যৰ প্ৰতি আস্থা দেখুৱাইছে।"

তেওঁ ছুটীৰ আধাভাগ সময় 'ওয়ে' নামৰ ঠাই এখনত সংস্কৃত পণ্ডিত শ্ৰীনাৰায়ণ শাস্ত্ৰীৰ গভীৰ ভাবপূৰ্ণ বক্তৃতা আদি শুনি সময় অতিবাহিত কৰিছিল। তেওঁ শঙ্কৰাচাৰ্য্যৰ ব্ৰহ্মসূত্ৰ বৈশ্য বিষয়ে বক্তৃতা শুনিছিল। শঙ্কৰাচাৰ্য্যৰ প্ৰভাৱ বিনোৱাৰ ওপৰত যেনেকৈ পৰিছিল তেনেকৈ আন কাৰো প্ৰভাৱ তেওঁৰ ওপৰত পৰা নাছিল। শঙ্কৰাচাৰ্য্যৰ 'গীতাভাষ্য' তেওঁৰ চিৰ-লগৰী আছিল।

বাকী ছমাহ তেওঁ গাঁৱে গাঁৱে জ্ঞান প্ৰচাৰ কৰি সময়

কটাইছিল। ১৯১৮ চনৰ ফ্রেব্রুৱাৰী মাহৰ ১০ তাৰিখে তেওঁৰ পূর্ণ কাৰ্য্য বিবৰণী দি এখন চিঠি মহাত্মা গান্ধীলৈ প্রেৰণ কৰিছিল। এই সময় ছোৱাৰ ভিতৰত বিনোৱাই উপনিষদ, গীতা, মনুস্মৃতি, পাতঞ্জল যোগ-দর্শন আদি গভীৰ ভাবমূলক ধৰ্ম্মগ্রন্থবিলাক অধ্যয়ন কৰিছিল।

ওয়েইত বিনোৱাৰ সকলোতকৈ সাহসী কাম আছিল যে তেওঁ তাত নিজে এটি শস্য গুৰি কৰা শ্রেণী পৰিচালনা কৰিছিল। ইয়াত তেওঁ আৰু তেওঁৰেই কেইজনমান অনুগত কৰ্ম্মীক লগত লৈ নিজে গম প্রভৃতি দ্রব্য বিলাক গুৰি কৰিছিল। কলত গুৰি কৰিবলৈ নিয়া শস্যৰ সন্ধান পালে তেওঁলোকে সেই কাৰ্য্য নিজে যাচি লৈছিল। তুসেৰ গুৰি কৰা গমৰ বিনিময়ত মাত্র এটি পয়চা বা-চ লৈছিল। গুৰি কৰা কামত সৰহভাগ উচ্চ ইংৰাজী স্কুলৰ ছাত্র আছিল। দুমাহ তেওঁলোকে এই কাম কৰি যথেষ্ট অর্থ কিতাপ ক্রয় কৰিবৰ কাৰণে সংগ্রহ কৰিবলৈ সমর্থ হ'ল। চিঠিখনৰ সামৰণিত বিনোৱাই এইদৰে লিখিছিল—

"মোৰ সমর্থৰে মই আশ্ৰমৰ ৰীতি ৰক্ষা কৰিবলৈ চেষ্টা কৰিছোঁ। ইয়াৰ বাহিৰে মই কি কৰিব পাৰোঁ। পৰম পিতাই মোক তেওঁক সেৱা কৰাৰ যোগ্য যন্ত্র কৰি নলবনে? এই একেটি বাসনাই মোৰ অন্তৰত অহৰহ আধিপত্য কৰি আছে, আনকি মই সপোনতো ইয়াকেহে ভাবোঁ।" বিনোৱাই আগ্রহেৰে কৈছে—

আচাৰ্য্য বিনোৱা ভাবে

"যিজনে নিজক আপোনাৰ পুত্ৰ বুলি ভাবে, তেওঁ আপোনাৰ এখন নিজ হাতৰ উত্তৰ কামনা কৰে"। এই চিঠিখনৰ বিষয়ে বাপুৱে কৈছিল "শিষ্যই গুৰুক শাসন কৰে আৰু কেতিয়াবা চোই যায় আৰু সেই কাৰণে বিনোৱা এজন ভীম।"

বাপুৱে উক্ত চিঠিখনৰ উত্তৰত কৈছিল "তোমাৰ বিষয়ত কি উপাধি খাটিব মই নেজানোঁ। তোমাৰ চৰিত্ৰ আৰু স্নেহে মোক জয় কৰিলে। মই তোমাৰ বিচাৰ কৰিবলৈ যোগ্য নহওঁ। তুমি মোক তোমাৰ পিতৃ হবলৈ কৈছা মই তোমাৰ অনুৰোধ গ্ৰহণ কৰিছোঁ। তুমি মোৰ আশা পূৰ্ণ কৰাৰ নিচেই ওচৰ চাপিছা। মই ভাবোঁ এজন সত্যবাদী পিতাই তেওঁতকৈও এজন অধিক সত্যবাদী সন্তান জন্ম দিব পাৰে। যি পুত্ৰই পিতাকৰ কাম আগবঢ়াই নিয়ে তেৱেঁই প্ৰকৃত সন্তান। যদি পিতা সত্যবাদী দৃঢ়মনা আৰু স্নেহপৰায়ণ হয়, তেন্তে পুত্ৰ অধিকতৰ ভাবে এই গুণ বিলাকৰ উত্তৰাধিকাৰী হয়। তুমি এনেকুৱা হোৱা মই দেখা পাইছোঁ। মোৰ কোনো যত্নৰ যোগেদি তুমি এনে হোৱা নাই বুলি মই অনুভৱ কৰিছোঁ। তুমি মোক স্নেহৰ দান হিচাবে পিতৃ-আসন গ্ৰহণ কৰিবলৈ আগবঢ়াইছা মই এই আসন গ্ৰহণ কৰিছোঁ। আৰু মই ইয়াক সযতনে ৰক্ষা কৰিবলৈ যত্ন কৰিম। মই যদি হিৰণ্যাক্ষ হওঁ তুমি নিশ্চয় প্ৰহ্লাদ হ'ব লাগিব। তুমি সঁচা কৈছা। তুমি আশ্ৰমৰ নিয়মকানুন নেৰানেপেৰাকৈ পালন কৰিছা। ঈশ্বৰে

তোমাক দীৰ্ঘজীৱী কৰক। তেওঁ তোমাক জন-সেৱাৰ যোগ্য কৰি তোলক। এয়ে মোৰ অন্তৰৰ প্ৰাৰ্থনা।"

এই প্ৰাৰ্থনা কিমান-গভীৰ কিমান মৰ্ম্মস্পৰ্শী!

তেওঁ সবৰমতী আশ্ৰমলৈ উভতি আহিয়েই পূৰ্ব্বৰ দৰে কাম কৰিবলৈ ধৰিলে। ৰাষ্ট্ৰীয় শালাৰ শিক্ষকতা কৰাই তেওঁৰ প্ৰধান কাম হ'ল। ইয়াৰ উপৰিও নৱনিৰ্ম্মিত গুজৰাটী বিদ্যাপীঠতো তেওঁ মাজে সময়ে বক্তৃতা দিছিল। এই দৰে নানান গধুৰ কাৰ্য্যত আত্মনিয়োগ কৰি থাকোঁতে এদিন খবৰ পালে বিনোৱাৰ আৰাধ্যা মাতৃদেবী অসুস্থ।

১৯১৮ চন, সেই সময়ত ইনফ্লুয়েঞ্জা সংক্ৰামক ৰোগে অসংখ্য লোকক মৃত্যুৰ মুখত পেলালে। সেই ৰোগে বিনোৱাৰ নৈষ্ঠিক পৰিয়ালটোকো স্পৰ্শ কৰিলে। মহাত্মাই এই খবৰ পোৱা মাত্ৰেই বিনোৱাক মাতৃদেৱীৰ পৰিচৰ্য্যাৰ কাৰণে বৰোদালৈ প্ৰেৰণ কৰে। বিনোৱাই ঘৰ পাই দেখিলে পিতৃ-মাতৃ আৰু মুমলীয়া ভ্ৰাতৃ দত্তক এই ব্যাধিয়ে আক্ৰমণ কৰিছে। এই ৰোগত দত্ত মৃত্যুমুখত পৰিল! ইয়াৰ কেইদিনমান পাছতে মাতৃদেবীয়েও দত্তৰ অজানা দেশলৈ অনুসৰণ কৰিলে। দেউতাক সেই মহাযাত্ৰাৰ পৰা উভতি আহিল।

১৯২১ চনৰ ১৪ জানুৱাৰীত শেঠ যমুনালাল বাজাজৰ পৰামৰ্শ অনুসৰি ওৱাৰ্দ্ধাত সত্যাগ্ৰহ আশ্ৰমৰ এটি শাখা স্থাপন কৰা হৈছিল। এই আশ্ৰম পাচলৈ পৰিচালনাৰ ভাৰ পৰিছিল বিনোৱা ভাৱেৰ

ওপৰত। বাপুজীৰ আদেশ শিৰোধাৰ্য্য কৰি তেওঁ ১৯২১ চনৰ ৬ এপ্ৰিলৰ দিনা ওৱাৰ্দ্ধা অভিমুখে যাওনা হয়। এই আশ্ৰমত কিছুদিন থকাৰ পাছত তেওঁ উক্ত আশ্ৰমখনি বেজাজওৱাড়িলৈ তুলি আনি প্ৰায় ১৯২৩ চনলৈকে উক্ত স্থানতে চলাই থাকে।

১৯২৪ চনত তেওঁ পুনৰ এই আশ্ৰম স্থায়ী ঠাইলৈ তুলি আনে আৰু এই আশ্ৰমৰ নামকৰণ কৰা হয় মহিলা-আশ্ৰম। ১৯২৩ চনৰ এখন মাৰাঠী মাহেকীয়া আলোচনীত বিনোৱাৰ কলমৰ পৰা গভীৰ ভাবধাৰাৰ প্ৰবন্ধ ওলাবলৈ ধৰিলে। কিন্তু কিছুদিন পাছতে তেওঁ নাগপুৰ পতাকা সত্যাগ্ৰহ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ কাৰণে ইংৰাজৰ কাৰাগাৰত আলহী হ'ব লগা হ'ল। ১৯৪২ চনৰ ভাৰত জুৰি হোৱা আন্দোলনত ৯ আগষ্টৰ পৰা কোনো বিচাৰ নোহোৱাকৈয়ে বিনোৱাজী কৰ্তৃপক্ষৰ দ্বাৰা কাৰাৰুদ্ধ হৈ ৰ'ল। বন্দীজীৱনৰ কিছু অংশ মাদ্ৰাজ প্ৰেচিডেন্সীৰ ভিলোৰ জেইলত কটাইছিল। তাৰ পাছত তেওঁক 'চিয়নি' চেণ্ট্ৰেল জেইলত পোন্ধৰ মাহ আবদ্ধ কৰি অৱশেষত মুক্তি দিলে। ভিলোৰ চেণ্ট্ৰেল জেইলত থাকোতে তেওঁ লগৰ বন্দীবিলাকৰ পৰা অন্ধ্ৰ, কৰ্ণাটিক, তামিলনাড, কেৰেলা এই চাৰিটা বিখ্যাত দাক্ষিণাত্যৰ ভাষা আয়ত্ত কৰিছিল। তেওঁ কাৰাগাৰৰ পৰা পাওনাৰলৈ উভতি আহি আগৰ দৰে নীৰৱে সংগঠন-মূলক কামত আত্মনিয়োগ কৰিলে। পূৰ্ব্বৰ দৰে মাইলৰ পাছত মাইল পদব্ৰজে বদ-বৰষুণ নগনি যেতিয়া কামত আত্মনিয়োগ কৰি

আছিল তেতিয়াই এদিন আকস্মিকভাবে শুনিবলৈ পালে বাপুজীৰ অপমৃত্যুৰ মৰ্ম্মন্তুদ কাহিনী। এই খবৰত তেওঁৰ যেন বুকুৰ পাজৰ বোৰ গুৰি হৈ গ'ল। কোনোবাই যেন দায়িত্বৰ হিমালয় শৃঙ্গটো তেওঁৰ শিৰত তুলি দিলে—এই অনুভৱ নিজৰ অজ্ঞাতসাৰেই তেওঁৰ মনলৈ আহিল।

১৯৪৮ চনত তেওঁৰ শান্তিযাত্ৰা আৰম্ভ হয়। তেওঁ এইদৰে গাৱেঁ গাৱেঁ ভ্ৰমণ কৰি এই সমস্যা বহুল দেশখনৰ এটা পৰিস্থিতি বুজিবলৈ যত্ন কৰিছিল। ইয়াৰ উপৰিও তেওঁ দিল্লীৰ ওচৰত পাকিস্থানৰ পৰা অহা অসহায় লাখ লাখ নৰনাৰীৰ পুনৰ সংস্থাপনৰ কাৰণে সক্ৰিয় অংশ গ্ৰহণ কৰে। এই কাম কৰিও তেওঁৰ অন্তৰ সুখী নহ'ল। কিবা যেন কৰিবলৈ বৈ গৈছে এনে ভাব তেওঁৰ অন্তৰৰ পৰা নাতৰা হ'ল। পুনৰ তেওঁ পাওনাৰলৈ উভতি আহি গভীৰ ভাবে চিন্তা কৰি স্থিৰ কৰিলে যে তেওঁ দৈনিক ৮ ঘন্টাৰ পৰ ১০ ঘন্টালৈ দৈহিক পৰিশ্ৰম কৰিব। তেওঁ ইয়াক 'কাঞ্চন-মুক্তি' বুলি কৈছিল যেহেতু তেওঁ মানৱসমাজক মুদ্ৰাৰ দাসত্বৰ পৰা আঁতৰাই আনিবলৈ বিচাৰিছিল আৰু সুকৌশলে সম্পন্ন কৰা উৎপাদনকাৰী শাৰীৰিক, সামাজিক, অৰ্থনৈতিক, মানসিক আৰু নৈতিক তত্ত্ব বিষয়ে গবেষণা কৰিছিল। এই গবেষণা সুদীৰ্ঘ তিনি বছৰ কাল এদল নিঃস্বাৰ্থ কৰ্ম্মীয়ে কৃতকাৰ্য্যতাৰে সমাধা কৰাৰ পাছত ১৯৫৩ চনত উক্ত দলটিক বিহাৰত ভূদান যজ্ঞৰ অৰ্থে তেওঁ আহ্বান কৰে।

ইয়াৰ বাহিৰে তেওঁ এজন গুণী সম্পাদকো আছিল, ১৯৪৯ চনত তেওঁ 'সৰ্ব্বোদয়' নামৰ মাহেকীয়া আলোচনীখন ওৱাৰ্দ্ধাৰ পৰা পৰিচালনা কৰিছিল। 'সৰ্ব্বোদয়' এখন সৰ্ব্বভাৰতীয় প্ৰিয় আলোচনী। আৰু এখন 'সেৱক' নামেৰে মাৰাঠী মাহেকীয়া আলোচনী তেওঁৰ চেক্ৰেটেৰী শ্ৰীদামোদৰদাস মুণ্ডাই পৰিচালনা কৰিছিল। এই আলোচনীখনৰ লগতো বিনোৱাজীৰ এৰাব নোৱাৰা সম্বন্ধ আছিল। এই আলোচনীখন পাওনাৰত বিনোৱাজীৰ নিজ আশ্ৰমৰ পৰা প্ৰকাশ হৈছিল।

গান্ধীজীৰ দেহত্যাগৰ পাছত ভাৰতৰ সৰহভাগ সংগঠনমূলক কৰ্ম্মী ১৯৪৮ চনৰ মাৰ্চ্চ মাহত সেৱা গ্ৰামত গান্ধীজীৰ শেষ ইচ্ছা পূৰণৰ এটা উপায় স্থিৰ কৰিবলৈ সমবেত হয়। উক্ত কৰ্ম্মী-সকলে বিনোৱাজীয়ে দেখুৱাই দিয়া মতে 'সৰ্ব্বোদয়' সমাজ এখনকে সৰ্ব্বপ্ৰথমে আৰম্ভ কৰিবলৈ স্থিৰ কৰে।

'সৰ্ব্বোদয়' সমাজ মানে এখন সুস্থ সমাজ—যত ভ্ৰাতৃ ভাব কৰি মানুহে বাস কৰিব, য'ত উচ্চ নীচৰ কোনো স্থান নেথাকিব, য'ত অহিংসা আৰু সত্যবাদিতাৰ সন্মান থাকিব, য'ত সকলোৰে সমান মঙ্গল হ'ব। এই উপলক্ষে এখন সৰ্ব্বোদয় সমিতি গঠন কৰা হ'ল। এই সমিতিয়ে বছেৰেকীয়া মেলা, সৰ্ব্বোদয় সমাজৰ সন্মিলন, স্থানীয় আৰু সৰ্ব্বোদয় সমাজৰ হকে কাম কৰি থকা সেৱক সকলৰ নাম ৰেজিষ্টাৰ ৰখা ইত্যাদি কাম কৰিব লাগিছিল।

## আচাৰ্য্য বিনোৱা ভাবে

মধ্য ভাৰতৰ ইন্দোৰৰ ওচৰৰ 'ৰাও' নামেৰে এখন ঠাইত ১৯৪৯ চনৰ মাৰ্চ্চ মাহত প্ৰথম সৰ্ব্বোদয় সন্মিলন বহিছিল। ইয়াতেই বিনোৱাজীয়ে প্ৰথমতে সৰ্ব্বোদয় সমাজৰ প্ৰধান উদ্দেশ্য ব্যাখ্যা কৰিছিল। এই সৰ্ব্বোদয় সমাজৰ পৰাই বিভিন্ন ধৰণৰ কামবোৰ সমাধা কৰিবলৈ ভিন্ন ভিন্ন নামলৈ নানান শাখাৰ জন্ম হৈছিল। নাম বেলেগ হলেও উৎপত্তিস্থল একেই আছিল।

ইয়াৰ এবছৰৰ পাছত উড়িষ্যাৰ 'অঙ্গুল' নামে ঠাইত এখন সন্মিলন যদিও বহিছিল বিনোৱাজীয়ে এই সন্মিলনত যোগদান দিবলৈ সমৰ্থ নহ'ল। তৃতীয় অধিবেশন হায়দৰাবাদৰ পৰা চাৰি মাইল দূৰৰ 'শিৱৰাম-পল্লী' নামৰ এখন ঠাইত ১৯৫১ চনৰ এপ্ৰিল মাহৰ ৮, ৯, ১০, ১১ তাৰিখে বহিছিল।

বিনোৱাজীয়ে ১৯৫১ চনৰ ৮ মাৰ্চ্চৰ দিনা পুৱা ৮ বজাত পদব্ৰজে 'শিৱৰামপল্লীৰ' উদ্দেশ্যে যাত্ৰা আৰম্ভ কৰে। যাত্ৰাৰ পূৰ্ব্বে তেওঁ আশ্ৰমৰ সংশ্লিষ্ট কৰ্ম্মীসকলক অনুৰোধ কৰে যাতে আশ্ৰমৰ কাম কাজ পূৰ্ণ উদ্যমেৰে চলি থাকে।

বিনোৱাজীৰ লগত তেওঁৰ চেক্ৰেটেৰী শ্ৰীদামোদৰ দাস মুণ্ডা, শ্ৰীমতী মদালসা আগৰৱালা (শেঠ যমুনালালৰ জীয়েক) আদি কৰি পাচজন পুৰুষ মহিলা আৰু এখন হৰিজনে চলোৱা গৰু গাড়ী আছিল। গধূলি ৭ বজাৰ সময়ত উক্ত দলটি ওৱাৰ্দ্ধাৰ লক্ষ্মীনাৰায়ণ মন্দিৰত উপনীত হ'লহি। নগৰৰ তৰফৰ পৰা

শ্ৰীমতী জানকীবাই বাজাজে উক্ত দলটিক হিয়া ভৰা অভ্যৰ্থনাৰে মুগ্ধ কৰে।

উক্ত দলটিৰ অভ্যৰ্থনা অৰ্থে সমবেত হোৱা দৰ্শকসকলক এটি চমু বক্তৃতাৰে বিনোৱাজীয়ে মুগ্ধ কৰে। পিচদিনা পুৱা আকৌ তেওঁলোকে যাত্ৰা আৰম্ভ কৰে।

ওৱাৰ্দ্ধা, মধ্যপ্ৰদেশৰ জোতমল, আদিলাদ, নিজামাবাবাদ, মেদক, হায়দৰাবাদ আদি ৩১৫ মাইল জোৰা সুদীৰ্ঘ পথ অতিক্ৰম কৰি বিনোৱাজীৰ দলটিয়ে ১৯৫১ চনৰ এপ্ৰিলৰ ৭ তাৰিখে শিৱৰাম-পল্লীত উপস্থিত হয়হি।

তেওঁ প্ৰতিদিন পুৱা ৯ নবজাত কোনো নিৰ্দ্দিষ্ট ঠাইত উপস্থিত হৈয়েই সেই ঠাইৰ অৱস্থা আয়ত্ত কৰিবলৈ যত্ন কৰিছিল। গাওঁ-বাসীৰ কুলাই পাচিযে নধৰা দুখৰ বিৱৰণ নিজৰ কাণেৰে গভীৰ মনোযোগে শুনে। গধূলি প্ৰাৰ্থনা সভাত ৰাইজে যোগ দিয়ে। প্ৰাৰ্থনা অন্তত তেওঁ প্ৰতিদিনে চমু অথচ উপদেশপূৰ্ণ একোটি সাৰুৱা উপদেশ জ্ঞাপন কৰিছিল। জনতাক স্বাৱলম্বী হ'বলৈ উপ-দেশ দিছিল। এঘৰে আন এঘৰক বিপদ আপদত সহায় নকৰিলে পৰিশ্ৰম কৰি শস্য উৎপাদন কৰিব নোৱাৰিলে স্বাধানতা কেতিয়াও স্থায়ী নহয় এই কথা তেওঁ বাৰে বাৰে কৈছিল।

আৰু এদিন গধূলি তেওঁ গ্ৰামবাসীক গ্ৰামৰাজৰ কাৰণে প্ৰস্তুত হবলৈ আহ্বান কৰিলে—

"যেতিয়া আপোনালোক পুৰুষ নাৰী উভয়ে গাওঁৰ বাসিন্দাৰে, আপোনালোক উভয়ে নিজৰ দৈনিক প্ৰয়োজনীয় সামগ্ৰী নিজে উৎপন্ন কৰিবলৈ সমৰ্থ হ'ব, তেতিয়াই আপোনালোকে স্ব-আইন কানুন গাওঁত প্ৰবৰ্ত্তন কৰিবলৈ সমৰ্থ হ'ব—ইয়াৰেই এটি নাম গ্ৰামৰাজ। আপোনাৰ ৰাজ গ্ৰামৰাজ হ'ব যেতিয়া আপোনাৰ গাওঁ আত্ম বিশ্বাসী হ'ব আৰু নিজৰ ভৰিৰ ওপৰত থিয় হ'বলৈ সমৰ্থ হ'ব। আমি এতিয়া স্বৰাজ পাইছোঁ। কিন্তু গ্ৰামৰাজ পাবলৈ এতিয়াও বাকী আছে। সেই কাৰণে আমি কঠোৰ পৰিশ্ৰম কৰিব লাগিব আৰু সংগ্ৰাম কৰিব লাগিব। সঁচায়ে ই এখন ভয়ঙ্কৰ সংগ্ৰাম হ'ব। স্বৰাজৰ কাৰণে আমাৰ যুদ্ধ কৰা শেষ হৈ গৈছে। কিন্তু গ্ৰামৰাজৰ কাৰণে এখন ভীষণ যুদ্ধ ভবিষ্যতে অপৰিহাৰ্য্য। আমি অহিংসামূলক যুদ্ধ কৰিছিলোঁ। আৰু এই নতুন যুদ্ধ খনো হিংসাশূন্য হব। এই যুদ্ধ আমি পেলাই থব নোৱাৰোঁ। আপোনালোক সকলো ভাই ভনীয়ে এই যুদ্ধৰ সৈনিক হ'ব। যঁতৰ আৰু নাঙল হ'ব আমাৰ যুদ্ধৰ অস্ত্ৰ। আমাৰ যুদ্ধৰ কাৰণে খাৰ বাৰুদৰ দৰকাৰ নহ'ব, কাম কৰিবৰ কাৰণে মাথো আমাৰ উপযুক্ত সঁজুলীৰ আৱশ্যক।" এনেকৈ পদব্ৰজে বিশেষ এটা কল্পনা লৈ দেশৰ গাওঁ ভুঁইৰ ৰন্ধ্ৰে ৰন্ধ্ৰে লুকাই থকা অগণন দুৰ্দ্দশাগ্ৰস্ত লোকৰ অনুভূতি ভাব অধ্যয়ন কৰি বিনোৱাজীয়ে সিহঁতক উপদেশ দিয়ে—পৰামৰ্শ দিয়ে সিহঁতৰ অন্তৰত কৰ্ত্তব্যৰ

চানেকি বাছি দিয়ে। অকণমান এটি কথাৰ পৰা খৰিয়াল লাগি উচ্ছন্ন হোৱা অবস্থাৰ পৰা সিহঁতক মুক্ত কৰিবলৈ বিনোৱাজীয়ে সিহঁতক নানান মূল্যবান কথাৰে বুজায়। সিহঁতৰ বহুতেই বিনোৱা-জীৰ বহুমূলীয়া উপদেশ মন দি শুনি সুৰাপান কৰা, জুৱা খেলা আদি বদ্‌অভ্যাস ত্যাগ কৰিবলৈ সঙ্কল্প কৰা কথা বহুতেই জানে।

শিৱৰামপল্লী সৰ্ব্বোদয় সন্মিলনত প্ৰথম দিনা সন্মিলন উদ্বোধন কৰা বক্তৃতাটোকে আদি কৰি মুঠতে পাঁচোটা বহুমূলীয়া বক্তৃতা বিনোৱাজীয়ে ৰাইজৰ আগত দিয়ে। প্ৰথম বক্তৃতাটো বিনোৱাজীয়ে কৈছিল। "গঠনমূলক কামে এতিয়া এটা নতুন পথ ল'ব। কৰ্ম্মী-সকলে কৃষিকাৰ্য্য শ্ৰদ্ধা ভৰি কৰিব লাগে। কঠোৰ শ্ৰম কৰি নিজৰ শৰীৰৰ প্ৰতি বিশ্বাস অটুট ৰাখিব লাগে। ইয়াৰ বাহিৰেও তেওঁলোকে অনুষ্ঠানবিলাক ধন নোহোৱাকৈ পৰিচালনা কৰিবলৈ যত্ন কৰিব লাগে। এই সম্পৰ্কে সেৱাগ্ৰাম আশ্ৰমৰ উদাহৰণ দি কয় যে এই আশ্ৰমৰ কৰ্ম্মীসকলে ১৯৫২ চনৰ ১ জানুৱাৰীৰ পৰা এই আশ্ৰমত মুদ্ৰাৰ প্ৰচলন উঠাই দিবৰ সঙ্কল্প কৰিছে।" এই-বিলাকৰ উপৰিও তেওঁ আৰু কেইটামান বহুমূলীয়া কথা কৈছিল "(১) শান্তি সেনা গঠন—এওঁলোকে গাওঁে গাওঁে গৈ প্ৰতিদিনে হোৱা সমস্যাবিলাকৰ বিষয়ে সজ উপদেশ গাওঁবাসীক দিব।

(২) যঁতৰ বা টাকুৰী প্ৰত্যেক গৃহস্থৰ ঘৰতেই প্ৰচলনৰ

কাৰণে এনে দৰে যত্ন কৰিব লাগিব যাতে গান্ধীজীৰ মৃত্যু-দিবসত প্ৰত্যেকেই হাতেকটা সূতা একো নেছা দান দিব পাৰে।

(৩) হৰিজন প্ৰথা উঠুৱাই দিবৰ কাৰণে তেওঁ কৈছিল কৰ্ম্মীসকলে নিজেই সকলো পৰিষ্কাৰ পৰিচ্ছন্ন ৰাখিব লাগিব আনকি পাইখানাও তেওঁলোকে নিজে পৰিষ্কাৰ কৰিব লাগিব। আৰু আৱৰ আদিৰ পৰা সাৰ কৰিবলৈ শিকিব লাগিব।”

দ্বিতীয় দিনা দেশৰ খাস্ত পৰিস্থিতি সম্পৰ্কে কেইটামান কথা কৈছিল। কৃষিকাৰ্য্য কৰা শ্ৰমিক সকলে তেওঁলোকৰ দৰ্মহা শস্য হিচাবে পোৱা উচিত। মাটিৰ খাজনাৰ বিষয়ে স্নেহেৰে বুজা পৰা হব লাগিব।

চৰকাৰে খাদি বিভাগ নিজৰ হাতলৈ আনিব লাগে কাৰণ কাপোৰৰ মিল বিলাকে যথেষ্ট পৰিমাণে দেশবাসীক কাপোৰ যোগাবলৈ সমৰ্থ হোৱা নাই।

তেওঁ ইয়াৰ পাচত মানৱক সমান দৃষ্টিভঙ্গীৰে চাবলৈ কৈছিল। কৰ্ম্মী সকলে ত্যাগৰ প্ৰতীক সম্মুখত লৈ সাধাৰণ লোকৰ অৱস্থা বুজিবলৈ যত্ন কৰিব লাগিব। সাধাৰণ অশিক্ষিত লোক সকলক শিক্ষিত কৰি তুলিব লাগিব। শিক্ষা সম্পূৰ্ণ হ'লে তেওঁলোকক নিজ ইচ্ছামতে কাম কৰিবলৈ এৰি দিব লাগিব।

আত্মাশুদ্ধি, বাহিৰশুদ্ধি, শ্ৰম শান্তি সমৰ্পণম—অৰ্থাৎ ইয়াৰ দ্বাৰা সাধুকৰ্ম্ম কৰি জীৱন যাপন কৰা, গ্ৰাম পৰিষ্কাৰ কৰা, হৰিজন

প্ৰথা উঠুৱাই দিয়া কৃষিকাৰ্য্য আৰু শাৰীৰিক শ্ৰম কৰা, শান্তি-সেনা গঠন কৰা, সূতা কটা আদি আদৰ্শমূলক কৰ্ম্ম কৰি সংসাৰ-পথত আগবঢ়া। ঠিক এই শিৱৰাম পল্লীৰ সন্মিলনৰ এসপ্তাহ পাছতে তেওঁ মাটি সমস্যা সমাধান অৰ্থে প্ৰকাশ্য ভাবে ঘোষণা কৰে।

হায়দৰাবাদৰ শাসনকৰ্ত্তাক নিজাম বুলিছিল। নিজাম মানে ৰজাৰ দৰে এজন ক্ষমতাশালী বিশিষ্ট লোক। এওঁৰ এই ৰাজ্য-খনৰ অপূৰ্ব্ব জাকজমকতাই নবাগতৰ চকুত জলক তভক লগাইছিল। ইয়াৰ অধিবাসী বিলাক অত্যন্ত বিলাসী আছিল। কিন্তু ইয়াৰ পৰা মাথো পাঁচ মাইল দূৰৰ পৰা যি গাওঁ আৰম্ভ হৈছে সেই বিলাক আছিল দৰিদ্ৰতাৰে পৰিপূৰ্ণ জৰাজীৰ্ণ গাওঁ। ইয়াৰে তেলেঙ্গানা নামৰ শোচনীয় দুৰ্দ্দশাগ্ৰস্ত গাওঁ খনিত সঘনাই হৈ থকা কোৢালবোৰে বিনোৱাজীৰ মন আকৰ্ষণ কৰে। যুগ যুগ ধৰি প্ৰচলিত হৈ অহা ভূমিবৃত্তি প্ৰথাই ৰজা আৰু প্ৰজাৰ মাজৰ প্ৰাচীৰখন আৰু সৱলহে কৰিলে। গ্ৰামবাসীৰ এই শোচনীয় পাৰণাম দেখিয়েই নেকি হ'বলা কেইজনমান ডেকাই কমিউনিজিমৰ নামলৈ মাটিৰ গৃহস্থ বিলাকক নিষ্ঠুৰ ভাবে অত্যাচাৰ কৰিবলৈ ধৰিলে—কোনো সময়ত হত্যাও কৰিবলৈ ধৰিলে। হায়দৰাবাদ চৰকাৰে আৰু কেন্দ্ৰীয় চৰকাৰে নিৰুপায় হৈ শেষত পুলিচক এই অত্যাচাৰ দমন কৰিবলৈ আদেশ দিয়ে।

শেষত পুলিচ বিভাগে গ্ৰামবাসীক 'কমিউনিষ্ট' সকলৰ নাম প্ৰকাশ কৰিবলৈ জোৰ জুলুম কৰিবলৈ ধৰিলে। নিঃসহায় লোকে এন্ধাৰ দেখিলে। নামপ্ৰকাশ নকৰিলে পুলিচৰ উৎপীড়ন আৰু নাম প্ৰকাশ কৰিলে 'কমিউনিষ্টৰ' উৎপীড়ন—এনে অৱস্থাত পৰি একেবাৰে নিৰীহ লোকজনো এনেবোৰ যন্ত্ৰণাত সিজিবলৈ ধৰিলে। চৰকাৰে নিৰ্বিচাৰে পুলিচৰ পৰাজয় আৰু কমিউনিষ্টেও নোদোৱায় শিৰ। জনসাধাৰণৰ অৱস্থা বৰ্ণনাৰ অতীত হৈ পৰিল। আৰু এই জৰ্জ্জৰিত লোক সকলৰ কাৰণেই বিনোৱাজীয়ে এটি শুভক্ষণত ৫১ চনৰ এপ্ৰিল মাহৰ ১৫ তাৰিখে তেলেঙ্গানা উদ্দেশ্যে যাত্ৰা আৰম্ভ কৰে। তেওঁ কৈছিল "মই তেলেঙ্গানালৈ শান্তিৰ সংবাদ বহন কৰি এজন 'শান্তি সেনা' হিচাবে যাবলৈ বিচাৰিছোঁ। এই কাম কৰিবলৈ বহুত দিনৰ পৰা হাবিয়াস আছিল। কিন্তু নানান কাৰণত কাজে কামে এই কাম কৰিব পৰা নাই। কিন্তু যেই হওক, ভগবান ৰামৰ আশীৰ্ব্বাদ লৈ মোৰ এই ভ্ৰমণ আৰম্ভ কৰিছোঁ।"

মিৰিয়ালগুডা নামৰ গাওঁ খনিত তেওঁ বক্তৃতা প্ৰসঙ্গত কৈছিল "কিছুমান লোক হাজাৰ হাজাৰ একৰ মাটিৰ মালিক আৰু কিছুমানে এক একৰ মাটিও নিজৰ বুলি কব নোৱাৰে।"

বেলাপালি নামে ঠাইত তেওঁ কৈছিল "ইয়া জনসংখ্যা ৩,০০০ আৰু খেতিৰ মাটি ৩,০০০ হেজাৰ একৰ। কিন্তু ৯০টা

পৰিয়ালেই হে এই গোটেই খিনি মাটিৰ গৰাকী। বাকী ৬০০ ছয়শ/পৰিয়াল মাটিহীন। তাত কোনো কুটীৰ শিল্পও নাই। তাঁতী সকলে আঠ বা দহদিন কাপোৰ ববলৈকে মাহেকত যথেষ্ট পৰিমাণে সুতা নেপাইছিল। সমান ভাবে মাটিৰ বিতৰণ হলেই কুটীৰ শিল্পৰ উন্নতি সাধিব পাৰিব। খেতিয়কে মাথো বেচিবৰ কাৰণেই শস্য উৎপন্ন কৰিব নেলাগে। তেওঁলোকে আহাৰৰ বাবে শস্য উৎপন্ন কৰাৰ লগে লগে যথেষ্ট পৰিমাণে বস্ত্ৰ পাবলৈ কপাহৰ খেতিও কৰিব লাগে। এনে হলে তেওঁলোক স্বাৱলম্বী হ'ব। চীনাবাদাম আৰু ধপাত উধা মুধাকৈ খেতি কৰাৰ কাৰণেই সমস্যা উদ্ভাৱন হয়। তেলেঙ্গানাৰ সৰ্ব্বনশীয়া গোলমালৰ গুৰিতে হ'ল মাটি আৰু সম্পত্তি—যাৰ মালিক অকল ধনী সকলেই হে।—

সূৰ্য্যাপ্ত নামে ঠাইত বিনোৱাজীয়ে কৈছে—"কমিউনিষ্ট সকলৰ পিতৃ হৈছে ধনী লোক।" অকল খিনোৱাজীযেহে নেলাগে স্বাধীন দেশৰ নাগৰিক হিচাবে আজি এই কথা সকলোৱে মুক্ত কণ্ঠে স্বীকাৰ কৰিব। এই সমস্যা প্ৰথমতে সমাধান কৰিবলৈ আগবঢ়া হ'লে হয়তো আজি দেশৰ পৰিস্থিতি বেলেগ হলহেঁতেন। এই সমস্যা সমাধানৰ চৰকাৰৰ ব্যৱস্থা দেখি বিনোৱাজীয়ে কৈছিল "পুলিচ আৰু সৈনিকে এই কাৰ্য্য সমাধা কৰিব নোৱাৰে। গ্ৰীষ্ম কালত আপোনালোকে সেউজীয়া ঘাঁহনি নেদেখে যেই বৰষুণ আৰম্ভ হ'ব ধৰণী সেউজীয়া ঘাঁহেৰে উপচি পৰিব; কাৰণ ধৰণী

গৰ্ভত থাঁহৰ বীজ আছে। এইদৰে পুলিচে কমিউনিষ্টক সাময়িক ভাবে দমন কৰিব পাৰিব কিন্তু ইয়াক স্থায়ীভাবে নিপাত কৰিব নোৱাৰে। আমি সঠিক পথ অৱলম্বন কৰি ইয়াক সমূলক্ষে অৱশ্যে নাশ কৰিব লাগে। এইদৰে খৰিয়ালৰ গুৰিতে থকা ধনী সম্প্ৰদায়ৰ একচেটিয়া ভূমি সমান ভাবে বাইজৰ মাজত শান্ত পৰিস্থিতিৰ মাজেদি বিলাবলৈ বিনোৱাজী আগবাঢ়ি পদব্ৰজে শ্ৰান্ত ক্ষুধা তৃষ্ণা পাহৰি ভ্ৰমণ কৰে ইথনৰ পাছত সিখন গাওঁ।

তেওঁ যথাক্ৰমে হায়দৰাবাদৰ হায়াটন নগৰ বাটিচিং গ্ৰাম অতিক্ৰম কৰি নালাগোণ্ডা জিলাৰ পচামপল্লী নামৰ এখন নগৰত উপনীত হয়হি। ইয়াৰ ওচৰৰ ওৱাৰনগেল জিলা কমিউনিষ্ট কাৰ্য্য কলাপৰ কাৰণে বিখ্যাত আছিল। বিনোৱাই সেই ঠাইত উপনীত হৈয়েই স্থানীয় অধিবাসী সকলৰ লগত কথাবতৰা হ'বলৈ ধৰিলে।

ইয়াৰে এখন সভাত তেওঁ হৰিজন সকলক সুধিলে "হৰিজন সকলে বিচাৰে কি?" উত্তৰত তেওঁ শুনিছিল ৰূপিত মাটি পালে তেওঁলোকৰ অধিকাংশ সমস্যা সমাধান হ'ব। বিনোৱাজীয়ে পুনৰ সুধিলে—"কিমান মাটি তেওঁ বিলাকে বিচাৰে?" এই প্ৰশ্নৰ কাৰণে হৰিজন সকল প্ৰস্তুত নাছিল। কাৰণ ইয়াৰ পূৰ্ব্বে এনে প্ৰশ্ন কোনেও তেওঁলোকক কৰা নাই। তেওঁলোকে ইটোৱে সিটোৰ চকুলৈ চাই ফুচফুচাবলৈ ধৰিলে। তাৰ পাছত বয়সস্থ এজনে উঠি ক'লে

"৮০ আশী একৰ মাটি হলেই যথেষ্ট হ'ব। বিনোৱাজীয়ে কিছুপৰ ভাবি তেওঁলোকক উক্ত মাটি বিচাৰি দিবলৈ যত্ন কৰিব বুলি আশ্বাস দিলে। শতাব্দী জুৰি শোষণত মৰহি যোৱা কঙ্কালবোৰ জীয়াই থকাৰ আশাত অন্তৰ হয়তো খন্তেকলৈ জীপল হ'ল!

তেওঁ সেই সভাত প্ৰথমবাৰলৈ সমজুৱাৰ মাজত বহি থকা শ্ৰী ভি, আৰ, ৰেড্ডিৰ পৰা ১০০ এশ একৰ ভূমি দানহিচাবে পাইছিল। এই কথা প্ৰথমে বিনোৱাজীয়ে বিশ্বাস কৰিবলৈ টান পাইছিল। কিন্তু বাৰম্বাৰ এই কথা উক্ত দাতাই উচ্চাৰণ কৰাৰ পাছত বিনোৱাজীৰ বিশ্বাস হ'ল যে মাটি উক্ত ৰেড্ডিয়ে সঁচাকৈয়ে দিয়ে। এই দৰেই এটি নৱ আদৰ্শৰ আন্দোলনৰ সূচনা হ'ল।

প্ৰেম আৰু শান্তিৰ প্ৰতীক অন্তৰত লৈ বিনোৱাজীয়ে গাৱঁৰ পাছত গাওঁ মাথো ভূ-সংগ্ৰহৰ অৰ্থে ঘুৰি ফুৰিবলৈ ধৰিলে। আৰু সেই সময়ত প্ৰায় প্ৰত্যেক দিনেই তেওঁ মাটি সংগ্ৰহ কৰিছিল।

ওৱাৰেন্‌গেল জিলাৰ টেনিকিলা নামে গাৱঁত তেওঁ কৈছিল— "পুৰণিকালত দেশত যেতিয়া অশান্তিয়ে বিৰাজ কৰিছিল, তেতিয়া আমাৰ পূৰ্ব্বপুৰুষ সকলে যজ্ঞ আহ্বান কৰিছিল। ময়ো এক যজ্ঞ পাতিবলৈ বিচাৰিছোঁ৷ আৰু সেই কাৰণেই মই ভূদান বিচাৰি যজ্ঞৰ পাতনি মেলিছোঁ৷। মই বহুত লোকক মাটি দান দিবলৈ কৈছোঁ৷। যি যজ্ঞ মানৱৰ উন্নতিৰ অৰ্থে পতা হৈছে সেই যজ্ঞত প্ৰত্যেকেই সক্ৰিয় অংশ গ্ৰহণ কৰিব লাগে। যেনেকৈ আমি যজ্ঞত কিছু অংশ

আহুতি দিওঁ তেনেকৈ আমি গৰীবৰ কাৰণে কিছু ভূমি ত্যাগ কৰিব লাগে। প্ৰায় লোকে কয় কলিযুগত দান দিবলৈ কোনেও আগ নেবাঢ়ে। কিন্তু যেতিয়া কোনো ব্যক্তিয়ে কোনো বস্তু খোজে— তেতিয়া তেওঁ নিশ্চয় দিয়ে। এতিয়া মযো খুজি ৩,৫০০ একৰ মাটি পাইছোঁ।

তেলেঙ্গানাৰ গাৱেঁ ভূঞো তেওঁ মাথে যি সকলৰ ভূমি আছে সেই সকলোকে তেওঁ গৰীব মাটিহীনক মাটি দিবলৈ কৈ ঘূৰি ফুৰিবলৈ ধৰিলে। ইয়াৰ পাচতো ভ্ৰমণ অন্তত নতুন বা-বতাহৰ সৃষ্টি কৰি ১৯৫১ চনৰ ৬ জুন তাৰিখে গোদাবৰীৰ পাৰৰ মানচেৰিয়েল নামেৰে সৰু নগৰ এখনিত উপনীত হ'লহি। সুদীৰ্ঘ ৭ সাত সপ্তাহৰ অধিক কাল ৫১ খন গাওঁত অৱস্থান কৰে আৰু ২০০ গাওঁ পৰিভ্ৰমণ কৰি ১২,২০১ একৰ মাটি সংগ্ৰহ কৰিবলৈ সমৰ্থ হয়। এই উদ্দেশ্যে তেওঁ এখন তিনি জনীয়া কমিটি গঠন কৰে। শ্ৰীকদনৰাম ৰেড্ডি, শ্ৰীমতী লক্ষ্মীবাই সনগম আৰু শ্ৰীকেশৱৰাও এই কমিটিৰ উদ্যোগী হ'ল। জুন মাহৰ ২৭ তাৰিখে বিনোৱাজী পাওনাৰ আশ্ৰমলৈ উভতি আহে। আশ্ৰমৰ সকলোৱে তেওঁক সাদৰি নিলে।

পুৱা চাৰিবজাৰ আগতে বিনোৱাজীয়ে শয্যা ত্যাগ কৰিছিল। ইয়াৰ পাছত তেওঁ অলপ সময় অধ্যয়ন কৰি নিজৰ যাৱতীয় কাম সমাধা কৰিছিল। প্ৰায় প্ৰতিদিনে ১০ দহৰ পৰা ১২ বাৰ মাইললৈ খোজ কাঢ়ি এখন গাৱঁত উপনীত হৈ সেই ঠাইত দিনটোৰ কাৰণে

বৈ স্নান কৰি মিতব্যয়ী আহাৰ আদি কাৰ্য্য সমাপন কৰি কিছুপৰ জিৰণি লৈছিল। ইয়াৰ পাছত দুঘণ্টা সময় খবৰৰ কাগজ পঢ়া চিঠিপত্ৰ লিখা আদি কাম কৰিছিল। ইয়াৰ পাছত এঘণ্টা সূতা কাটিছিল। প্ৰায় প্ৰত্যহ আবেলি চাৰিবজাত নানান ব্যক্তিৰ লগত সাক্ষাৎ কৰিছিল। সন্ধ্যা উপাসনা তেওঁৰ দৈনিক অপৰিহাৰ্য্য অঙ্গ আছিল। প্ৰাৰ্থনা অন্তত প্ৰতিদিনে এটি সাৰুৱা বক্তৃতাৰে দৰ্শকৰ মন জুৰ কৰিছিল। ৯ বজাত তেওঁ নিদ্ৰাদেবীৰ পৰশ লভিছিল।

দেশৰ সামাজিক আৰ্থিক পৰিস্থিতি সম্বন্ধে ভাবি তেওঁ ক্ৰমান্বয়ে অধিকতৰ উদ্বিগ্ন হৈ পৰিছিল।

৫১ চনৰ ১০ আগষ্ট তাৰিখে তেওঁৰ পুৰণি বন্ধু আৰু ন্যেশনেল প্লেনিং কমিচনৰ সভ্য শ্ৰী আৰ, কে, পাটিলে বিনোৱাজীৰ ওচৰলৈ পাঁচ বছৰীয়া পৰিকল্পনাৰ আঁনিৰ বিবৰণ অৰ্থে আহিল। বিনোৱাজীয়ে শ্ৰীপাটিলৰ বক্তব্য শুনি থাকি শেহত আত্মসংবৰণ কৰিবলৈ অসমৰ্থ হৈ কলে—"মন্ত্ৰীসভাত আপোনালোকে নাগৰিকক কাম আৰু আহাৰ দিবৰ প্ৰতিশ্ৰুতি দিছে। কিন্তু আপোনালোকে এই প্ৰতিশ্ৰুতি সমূলঞ্চে পাহৰিছে। আপোনালোকৰ ওপৰতে বেকাৰ সকলৰ ভবিস্যত। যদি আপোনালোকে এই কাৰ্য্যত সফলতা লাভ কৰিব নোৱাৰে, তেতিয়া অৱশ্যে আপোনালোকে কাম ইস্তফা দিয়া উচিত।

আপনালোকে পাৰয়াল পৰিকল্পনাৰ পৰামৰ্শত কৈছে—'কমকৈ

শিশু জন্মাবা কিন্তু এনে কথা মোক কবলৈ আপোনালোক কোন? আপোনালোকে মোৰ প্ৰভু নে মই আপোনালোকৰ দাস? আপোনালোকে কেতিয়াবা ভাৰি চাইছেনে জনসংখ্যা কিয় বৃদ্ধি পাইছে? এটা সিংহই কম পোৱালী জগায় কিন্তু এটা ছাগলীয়ে অধিক জগায়।

আপোনালোকে কুটিৰ শিল্পক স্বাৱলম্বী হ'বলৈ কোৱা মানে প্ৰথমে মোৰ ভৰিখন কাটি পাছত থিয় হ'বলৈ কোৱাৰ নিচিনা কথা কৈছে। কুটিৰ শিল্প কেতিযাও নিজে মৰা নাই। কিন্তু আপোনালোকে ইচ্ছা কৰি মাৰি পেলাইছে। যেতিয়া গান্ধীজীয়ে ঘোৰ দুৰ্দ্দিনতো ইমান পৰ্ব্বতপ্ৰমাণ কাম কৰিব পাৰিছিল, তেনে হ'লে এতিয়া আমিনো কিয় তাতকৈ বেচি কৰিব নোৱাৰিম?

এই কথা আপোনালোকে নেভাবে কিয়? ১৯৫১ চনত খাদ্যাভাব দূৰ হব বুলি আপোনালোকেই ঘোষণা কৰিছিল। যেতিয়াই এই কথা আপোনালোকে অসঙ্গত বুলি বুজিলে, তেতিয়াই আপোনালোকে প্লেনিং কমিচন নিযুক্ত কৰিলে। সেই কমিচনে ক'লে—খাদ্য-সামগ্ৰীৰ স্বচ্ছলতা প্ৰায় অসম্ভৱ।

দেশত কেতিয়াবা যুদ্ধ হ'লে পৰিস্থিতি কেনে হ'ব এবাৰ ভাবি চাইছেনে? আপোনালোকে প্ৰস্তাৱ কৰি তিনি লাখ টন খাদ্য সামগ্ৰী বিদেশৰ পৰা আমদানি কৰি আনে—'কিন্তু এইটো আমাৰ বাপতি সাহোননে? আপোনালোকৰ যি পৰিকল্পনা ই

এটা চিৰকালৰ কাৰণে ভিক্ষাবৃত্তি। অধিক শস্য উৎপন্ন কৰিবলৈ ই-কেতিয়াও আনক প্ৰেৰণা নিদিয়ে।”

চৰকাৰ আৰু কমিচনে কুটীৰ শিল্প আৰু খদ্দৰৰ প্ৰতি অনাদৰ কৰা দেখি তেওঁ চকুলো টুকি কৈছিল “লাখ লাখ লোকে এই কুটীৰ শিল্পৰ আৰু খদ্দৰ-শিল্পৰ জৰিয়তে অধিক সন্মানৰ জীৱন যাপন কৰিব পাৰিলেহেতেন!” এই প্ৰসঙ্গত তেওঁ কৈছিল “মই দুবছৰৰ ভিতৰত সমগ্ৰ দেশবাসীক খদ্দৰ পিন্ধাব পাৰিম। যদি নোৱাৰোঁ মোক ফাঁচী দিব পাৰে। যদি আপোনালোকে খদ্দৰ নিবিচাৰে সেই কথা বেলেগ।” বাহিৰৰ পৰা খাদ্য সামগ্ৰী আমদানি কৰাৰ প্ৰতি তেওঁ ঘোৰ বিৰোধিতা কৰিছিল। তেওঁ বুজিছিল দেশে যেতিয়া চিৰদিন লোকৰ বস্তুলৈ আশা কৰে সেই দেশ কেতিয়াও স্বাৱলম্বী নহয় আৰু এই দেশৰ অভাবো কেতিয়াও নাতবে। খাদ্যসম্ভাৰ আৰু বস্ত্ৰ বিষয়ত দেশক স্বাৱলম্বী কৰাৰ ভাবনাত তেওঁ কেতিয়াবা বিয়াকুল হৈছিল।

ইতিমধ্যেই প্লেনিং কমিচনৰ সভ্য সকলে বিনোৱাজীৰ ধাৰণা কমিচনৰ চেয়াৰমেন আৰু প্ৰধান মন্ত্ৰী শ্ৰীজাহৰ লাল নেহেৰুক জনালেগৈ। ইয়াৰ পাছতে পণ্ডিত নেহেৰুৱে বিনোৱাজীৰ লগত সাক্ষাৎ কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰে। এই খবৰ বিনোৱাজীক জনোৱা হয়। বিনোৱাজীয়ে এই উদ্দেশ্যে তেওঁৰ পাওনাৰ আশ্ৰমৰ পৰা দিল্লী উদ্দেশ্যে পদব্ৰজে যাত্ৰা আৰম্ভ কৰে। ৫১ চনৰ ১২

চেপ্তেম্বৰৰ দিনা পাওনাৰৰ পৰা খোজ কাঢ়ি দুমাহৰ অধিক কাল বদ বৰষুণৰ মাজেৰে ৭৯২ মাইল দীঘলীয়া পথ অতিক্ৰম কৰাৰ পাছতো তেওঁক শ্ৰান্ত দেখা নগৈছিল। পাওনাৰৰ পৰা যাত্ৰা আৰম্ভ কৰিবৰ আগদিনা অৰ্থাৎ ১১ চেপ্তেম্বৰৰ দিনা গধূলি সান্ধ্য প্ৰাৰ্থনাৰ পাছত কৈছিল, "যি কাম কৰিবলৈ মই এতিয়া ওলাইছোঁ এই কামৰ নাম ভূদান যজ্ঞ। ই-অকল ভূ দানেই নহয়, এই যজ্ঞত সকলোৰে সহযোগিতা আৰু ত্যাগ আৱশ্যক। ১২, ১৫ জনীয়া নাৰী পুৰুষৰ গঠিত এটি সৰু দলেৰে বিনোৱাজীয়ে দিনে প্ৰায় ১২ৰ পৰ ১৬ মাইললৈ খোজ কাঢ়ি পথ অতিক্ৰম কৰিবলৈ ধৰিলে। তেওঁলোকৰ লগত এখন গৰুৰ গাড়ীও আছিল। প্ৰথম দিনা ছেলেদহ নামেৰে ঠাইৰ পান্নাই আশ্ৰমত কটায়। ১২ ছেপ্তেম্বৰত নাগপুৰত উপনীত হয়। তাত তেওঁ এই বাণী ঘোষণা কৰে "যেতিয়ালৈকে ভগবানে মোক শক্তি দিয়ে তেতিয়ালৈকে মই দেশ ভ্ৰমণ কৰি ভূমিহীনৰ কাৰণে ভূমি সংগ্ৰহ কৰিম।" নাগপুৰৰ গঠনমূলক কৰ্ম্মীসকলৰ এখন সভাত কৈছিল যে "অহিংসামূলক বিপ্লৱৰ দ্বাৰা তেওঁ সমাজৰ ভিত্তি সলনি কৰাৰ এটি আবহাৱা সৃষ্টি কৰিব খোজে। তেনে-ধৰণৰ বিপ্লৱ অবিহনে তেওঁলোকে দৰিদ্ৰতাৰ নিচিনা বিৰাট সমস্যাৰ সমাধান কৰিব নোৱাৰে। তেওঁ যি কামত নামিছে সেই কামৰ সঁচাকৈয়ে আৱশ্যক আছে। যি সকলৰ মাটি আছে

আৰু দান কৰিবলৈ বিচাৰে তেওঁ তেনে সকলক অনুৰোধ কৰিব। তেওঁৰ মতে যেনেকৈ বায়ু আৰু পানী ৰাইজৰ ৰাজহুৱা সম্পত্তি তেনেকৈ মাটিও ৰাজহুৱা সম্পত্তি। সেই কাৰণে মাটি সমানভাবে বিতৰণ কৰিব লাগে।"

১১ চেপ্তেম্বৰৰ পৰা ১৭ চেপ্তেম্বৰলৈ বিনোৱাই ১১১ মাইল পথ অতিক্ৰম কৰি ২০০০ একৰ মাটি সংগ্ৰহ কৰে। মানবৰ অধিকাৰ হিচাবে বিনোৱাই মাটি দাবী কৰে। তেওঁ এই মাটি সংগ্ৰহ কৰি মাটিৰ আচল গৰাকীক মাটি সোধাই দিবলৈ বিচাৰে।

১০ দহ দিনৰ ভিতৰত ১৪ চৈধ্যখন গাৱঁৰ পৰা ২০১ জন দাতাৰ দ্বাৰা ২,৩১,৬৪৯ একৰ মাটি সংগ্ৰহ কৰিবলৈ সমৰ্থ হয়। তেওঁ কৈছিল "যি সকলে আজি মাটি দান দিয়া নাই সেই সকলে কালিলৈ নিশ্চয় দিব। তেওঁলোকে তাকে নকৰি উপায় নাই। মাটিৰ কাৰণে কৰা মোৰ এই অনুৰোধ যি উপেক্ষা কৰিব পাৰিব এনে লোক ভাৰতত নাই।

৫১ চনৰ অক্টোবৰ মাহৰ ২ দুই তাৰিখে উত্তৰ মধ্যপ্ৰদেশৰ সাগৰ নামেৰে এখন চহৰত তেওঁলোক উপনীত হয়গৈ। এই-খন ঠাইত প্ৰায় বহুত ঠাইৰ পৰা সংগঠন কৰ্ম্মী সকল গোট খাই বিনোৱাজীৰ অপূৰ্ব্ব বাণী শ্ৰবণ কৰিছিল।"

তেওঁ কৈছিল—"মই যি উদ্দেশ্যে কাম কৰিবলৈ ওলাইছোঁ

এই কাম অকল দৰিদ্ৰৰ প্ৰতি সেৱা কৰাই নহয় আনকি ধনীৰো। অৰ্থাৎ মই সকলোৰে সেৱা কৰোঁ। মোৰ এটা বিশ্বাস হৈছে যে মোৰ কৰ্ত্তব্যই সকলোকে আহ্বান কৰিছে।"

তেওঁ এঠাইত কৈছিল "যদিও মোৰ নিজৰ পেট বৰ ক্ষুদ্ৰ কিন্তু দৰিদ্ৰ নাৰায়ণৰ পেট বৰ বিৰাট। যদি মোৰ দাবী কি বুলি কোনোবাই সোধে—মই কম পাঁচ কোটী একৰ মাটি। ইয়াৰ মানে মই খেতিৰ মাটিৰ কথা কৈছোঁ। যদি কোনোবা পৰিয়ালত পাঁচোটি পুত্ৰ সন্তান আছে মই ষষ্ঠ সন্তান হবলৈ বিচাৰোঁ। যদি চাৰিটা আছে মই ৫ম পঞ্চম সন্তান হবলৈ বিচাৰোঁ। এইদৰে মই সমগ্ৰ দেশৰ ⅙ বা ⅕ ভাগ মাটি সম্পূৰ্ণ খেতি কৰা মাটিৰ পৰা বিচাৰোঁ। মই দৰিদ্ৰনাৰায়ণৰ সেৱাৰ কাৰণে সকলোকে আবেদন জনাইছোঁ যেন প্ৰত্যেকেই কিছু দান দিয়ে। ইয়াৰ নামেই হৈছে ত্যাগ যজ্ঞ। মই সেই কাৰণে প্ৰত্যেককে দঢ়াই কৈছোঁ যেন আগবাঢ়ি আহি নিজৰ কান্ধত এই কৰ্ত্তব্যৰ বোজা তুলি লয়। ই দেশৰ ভীষণ আৰু অভাৱনীয় ভবিষ্যৎ বাণীৰ সূচনা হে। মই ইয়াত থিয় হৈ থাকিয়েই এই কামৰ সূচনা হোৱা চকুৰ আগতে প্ৰত্যক্ষ ভাবে দেখিবলৈ পাইছোঁ।" অক্টোবৰ মাহৰ ৭ তাৰিখে মধ্যপ্ৰদেশৰ মালথাউন নামে গাৱঁত উপনীত হয়গৈ তেওঁৰ সৰু দলটি। এই একুৰি পাঁচ দিনীয়া ভ্ৰমণত তেওঁ ৫৬৩ জন দাতাৰ পৰা ৬,৭০০ একৰ মাটি সংগ্ৰহ কৰে। সেই মাহৰ ৮ তাৰিখে

উত্তৰপ্ৰদেশৰে ঝান্সী জিলাৰ ৱাৰ্দ্ধাত উপস্থিত হৈ তিনি দিন তাত ব্যস্ততাৰে পাৰ কৰি ১১ তাৰিখে বিন্ধ্যপ্ৰদেশৰ তিকামগাঢ় নামে ঠাইলৈ আহে। তেওঁ ইয়াত পাচদিন থাকে। বিন্ধ্যপ্ৰদেশৰ প্ৰাকৃতিক সৌন্দৰ্য্য ভ্ৰমণকাৰীৰ আকৰ্ষণীয় বস্তু। তাতকৈয়ো আকৰ্ষণীয় ইয়াত বাস কৰি থকা নিৰ্দ্দোষ মানুহবিলাক। ইয়াৰ মাজতে তেওঁ এবাৰ মধ্যপ্ৰদেশলৈ পুনৰ গৈছিল।

অক্টোবৰৰ ১৭ সোতৰ তাৰিখে ৰাণী লক্ষ্মীবাইৰ কীৰ্ত্তিৰে পৰিপূৰ্ণ ঝান্সী তেওঁ পৰিদৰ্শন কৰে। এই সাহসী ৰাণী গৰাকীৰ ৰাজ্যৰ ওপৰত থিয় হৈ তেওঁ ছাত্ৰ সমাজক উদ্দেশ্য কৰি কয়—

"তোমালোকে ৰাজনীতিত অংশ গ্ৰহণ কৰিব পাৰা—কিন্তু কোনো ৰাজনীতি দলত নহয়। তোমালোকে সিংহৰ দৰেহে জীয়াই থাকিব লাগিব, ভেৰাৰ দৰে নহয়। দল ভেৰাইহে গঢ়ে। সিংহই এনে নকৰে। আৰু এটা কবলৈ আছে—প্ৰত্যেকেই নিজৰ ব্যক্তিগত মত ছাত্ৰসকলৰ ওপৰত আৰোপ কৰিবলৈ বিচাৰে। মই তোমালোকক এই আক্ৰমণৰ বাবে সতৰ্ক কৰি দিছোঁ।"

তেওঁ ১৮ তাৰিখে পুনৰা পুনৰ বিন্ধ্যপ্ৰদেশৰ 'দতিয়া' নামৰ ঠাইলৈ আহি ১৯ তাৰিখে মধ্যভাৰতৰ দাম্ৰাত আৰু তাৰ পাছত গোৱালিয়ৰত উপস্থিত হয়। তেওঁ ইয়াত সমবেত হোৱা বিপুল জনতাক কৈছিল "মই ইয়ালৈ দান ভিক্ষা কৰি অহা নাই। মই আহিছোঁ আপোনালোকক এটি কথা কবলৈ সেইটো হৈছে মালিকত্ব

ললিয়াই পেলোৱা। এইয়া মোৰ বস্ত—এইটো মই কৰিছো—এইদৰে ভবা ভুল। যেতিয়া এই ভাবৰ মূলচ্ছেদ হ'ব, তেতিয়া যেয়ে যি বিচাৰে তাকে পাব। এইদৰে ৰামৰাজ্যও স্থাপন হ'ব। ইয়াকে মই সৰ্ব্বোদয় বুলি অভিহিত কৰোঁ। মোৰ সতে একমত হবলৈ মই আপোনালোকক আহ্বান জনাইছোঁ।"

তাত আৰু দুদিন থাকি ৰাজস্থানৰ ধনপুৰ নামে ঠাইত ২৪ তাৰিখে ৰাতি উপনীত হয়হি। ২৫ তাৰিখে উত্তৰ প্ৰদেশ হৈ ২৭ তাৰিখে আগ্ৰা আৰু ২৮ তাৰিখে মথুৰা পায়হি। তাত এসপ্তাহকাল থাকি তেওঁ নবেম্বৰৰ ৩ তাৰিখে আলিগৰ নগৰত প্ৰবেশ কৰে। ইয়াৰ পাছত তেওঁ বুলান্দচহৰ আৰু মিৰাট দেশৰ মাজেদি দিল্লীলৈ অগ্ৰসৰ হয়। ভাৰতৰ ৰাজধানীত প্ৰবেশ কৰাৰ লগে লগে বিনোৱাজীয়ে সৰ্ব্ব মুঠ ৩৫,০০০ একৰতকৈয়ো অধিক মাটি সংগ্ৰহ কৰিবলৈ সক্ষম হৈছিল। তেওঁ দিল্লীত উপনীত হৈয়েই দিল্লীৰ নাগৰিক সকললৈ এই বাণী পঠিয়ালে—

"মই ভূমিদান যজ্ঞৰ আদৰ্শ প্ৰচাৰ কৰি দিল্লীৰ পথত অগ্ৰসৰ হৈছোঁ। দিল্লী আমাৰ দেশৰ ৰাজধানী। সমগ্ৰ দেশৰ দায়িত্বশীল লোকসকল ইয়াত বাস কৰে। ইয়াৰ বাহিৰেও আমাৰ জাতিৰ পিতা মহাত্মাৰ সমাধি ইয়াতে। ই এখন পবিত্ৰ স্থানো। এই সমাধিৰ কাষতে আমি আমাৰ বাহৰ নিৰ্মাণ কৰিছোঁ।

মই দিল্লীৰ নাগৰিক সকললৈ আবেদন জনাইছোঁ, যি সকলৰ

তুমি আছে—সেই সকলে যেন ভূমিহীন বায়তক উদাৰ ভাবে ভূমিদান দিয়ে। নিজ পৰিয়ালৰ একোজন সভ্য বুলি ভাবি তেওঁলোকৰো এই মাটিৰ ওপৰত যথাৰ্থ দাবী আছে বুলি ধৰিব লাগে। ভূমি অকল দিল্লীৰ ভিতৰতে যে হব লাগে এনে নহয়—ভাৰতবৰ্ষৰ যি কোনো ঠাইত হলেই হ'ব। যি সকলৰ মাটি নাই—মাথো অৰ্থহে আছে—তেওঁলোকে মাটি কিনি দান দিয়ক।

মই ভিক্ষা বিচাৰিছোঁ বুলি কোনোৱে ভবা উচিত নহয়। মই ইয়াক জনতাৰ দাবী হিচাবে মাথোন তুলি ধৰিছোঁ। মই ভাৰতৰ অধিবাসীক এক নতুন আদৰ্শৰ পথ দেখুৱাবলৈ প্ৰয়াস কৰিছোঁ।"

ৰাজঘাটৰ নিচেই ওচৰত বিনোৱাজীয়ে এটি বাহৰত আশ্ৰয় লৈছিল। তেওঁৰ এই অৱস্থিতিয়ে আৰু এজনা মহামানৱলৈ সোঁৱৰাই দিয়ে—তেতিয়া হৰিজন বস্তিৰ এটি সৰু জুপুৰীলৈ ভাৰতৰ প্ৰেচিডেণ্টকে আদিকৰি দেশ বিদেশৰ বিখ্যাত পুৰুষ মহিলাকো এই বস্তিত অৱস্থান কৰা নাঙঠা ফকিৰ জনৰ ওচৰলৈ সঘনাই অহা যোৱা কৰা দেখা গৈছিল—ৰাষ্ট্ৰৰ নানান বহুমুখী সমস্যা মীমাংসাৰ অৰ্থে তেওঁলোক আহিছিল এই জুপুৰীটোলৈ। আৰু আজি ৰাজঘাটত আশ্ৰয় লোৱা বৃদ্ধ ফকিৰ জনৰ ওচৰলৈও পণ্ডিত নেহেৰুকে প্ৰমুখ্য কৰি বিখ্যাত লোক সকলক অহা যোৱা কৰা দেখা গৈছিল। এই দৃশ্য নিৰীক্ষণকাৰী বাটৰুৱাৰো হয়তো বাগৰি পৰিছিল অশ্ৰুৰ ধাৰা—অলক্ষ্যে।

গান্ধীজীৰ সমাধিৰ ওচৰত আশ্ৰয় লৈ বিনোৱাজীয়ে কৈছিল—"যেতিয়াই মই কিবা ভুল কৰোঁ তেতিয়াই তেওঁৰ আত্মাই মোক সত্য পথ দেখুৱাই দিয়ে বুলি মই অনুভৱ কৰোঁ।"

বক্তৃতা প্ৰসঙ্গত তেওঁ কৈছিল—"মই জনতাক কৈছোঁ যে তেওঁলোকৰ মাটিৰ কিছু অংশ মোক দিব লাগে। দ্বিতীয়তে তেওঁলোকে সেৱা কাৰ্য্যত নিজক উছৰ্গিব লাগে। শেষত দেশবাসীৰ সেৱা শুশ্ৰূষাৰ হকে তেওঁলোকে স্বেচ্ছাই সৰ্ব্বস্ব ত্যাগ কৰিব লাগে। এই পথকে মই তেওঁবিলাকক দেখুৱাবলৈ বিচাৰিছোঁ। আমি দৰিদ্ৰ সকলৰ কাৰণে অবশ্যে ত্যাগ কৰিব লাগে। মই মাটি বিচাৰিছোঁ—এইটো ত্যাগৰ এটা প্ৰতীকহে। প্ৰত্যেকৰ অন্তঃকৰণত দৰিদ্ৰ নাৰায়ণক সেৱা কৰাৰ ভাব থাকিব লাগে।"

দিল্লীত অৱস্থান কৰাৰ সময়তেই এজন সদাগৰে তেওঁক টকাৰ চেক্ দিছিল। তেওঁ উক্ত চেক্ গ্ৰহণ নকৰি কৈছিল—

"মই টকা গ্ৰহণ নকৰোঁ কিয়? কাৰণ অৰ্থ ইহে দেশৰ পৰিস্থিতি বৰ্ত্তমান এনে কৰিছে। দেশৰ অধঃপতনৰ মূল এইটোৱেই। অনেক অৰ্থ প্ৰাৰ্থনা কৰাতকৈ নিজে শ্ৰম কৰিব লাগে। দৈনিক কাৰ্য্য তালিকাৰ পৰা আমি অৰ্থৰ ব্যৱহাৰ বাদ দিব পাৰিব লাগে। অৰ্থ ই অনৰ্থৰ মূল।

আৰু তথাপিও অৰ্থ ই ব্যৱসায় বাণিজ্যৰ মূল হৈ পৰিছে।

বিনোৱাজীয়ে আৰু এদিন কৈছিল "অৰ্থ ভগবানৰ দৰে সকলোতে বিৰাজমান। ইয়াক বাদ দিয়া সহজ নহয়। কিন্তু মোৰ উদ্দেশ্যও সেয়ে। মই এটা সহজ কাম কৰিবলৈ কেবেপ নকৰোঁ। কামটো যিমান জটিল হওক মই উৎসাহহে পাওঁ। মাটিৰ প্ৰশ্ন সমাধান কৰা দুঃসাধ্য বুলি জানিও এই কাম কৰিবলৈ অগ্ৰসৰ হৈছোঁ। সেইদৰে নানান কঠিন সমস্যা থকা বুলি জানিও অৰ্থৰ বন্ধনৰ পৰা মজদুৰ আৰু খেতিয়ক সকলক মুক্ত কৰিবলৈ বিচাৰিছোঁ। অৰ্থৰ ওপৰত নিৰ্ভৰ কৰি থকা অৱস্থাৰ পৰা মুক্ত কৰা মানে তেওঁলোকক সকলো অপকাৰী প্ৰভাৱৰ পৰা মুক্ত কৰা। সেই কাৰণে মই জনতাক কৈছোঁ, তেওঁলোকে তেওঁলোকৰ আৱশ্যকীয় বস্তু উৎপন্ন কৰি মুদ্ৰাৰ ওপৰত নিৰ্ভৰ কৰি থকা স্বভাৱ পৰিত্যাগ কৰক।"

ইয়াৰ পাচতে তেওঁ আনদিনা বক্তৃতাত কৈছিল—

"মই অতীতৰ বস্তু বিনিময় প্ৰথাৰ দিনলৈ যাবলৈ বিচাৰিছোঁ বুলি কিছুমান লোকে কল্পনা কৰিছে—মোৰ এনে ধাৰণা নাই। মই প্ৰচলিত মুদ্ৰা বিৰোধী নহয়। আচলতে মই মোহৰতকৈ কাগজৰ মুদ্ৰা বেচি পছন্দ কৰোঁ। মই পৰিশ্ৰমৰ মুদ্ৰা বিচাৰোঁ। কোনো এজন শাসনকৰ্ত্তাৰ অধীনত ই নাচিকত চপা হ'ব নেলাগে। এই মুদ্ৰাক গ্ৰামবাসী সকলে নিজে নিজৰ ব্যৱহাৰৰ যোগ্য কৰি লোৱা মুদ্ৰা হোৱা উচিত। এই মুদ্ৰাত কোনো বাকীৰ প্ৰশ্ন নুঠে।"

দিল্লীত থকা সময় ছোৱাৰ ভিতৰতে তেওঁ প্লেনিং কমিচনৰ সভ্য সকলক, চেয়াৰমেনক আৰু প্ৰধান মন্ত্ৰীক লগ পাইছিল। তেওঁ এই প্ৰসঙ্গত কৈছিল—

"এই তিনিদিন সময় আলোচনা কৰি মোৰ মতামত তেওঁলোকক জনাইছোঁ। তেওঁলোকে মোৰ প্ৰস্তাৱ ভাবি চাব বুলি কথা দিছে। কেইবা ঠাইতো মই সমালোচনাৰ সন্মুখীন হৈছোঁ কিন্তু সেইবোৰ মই ভ্ৰূক্ষেপ নকৰোঁ।. মই মাত্ৰ এটা মতত হে লাগি থাকিম।"

দেশক আহাৰ বিষয়ত স্বাৱলম্বী কৰিবলৈ তেওঁ প্লেনিং কমিচনক বাৰে বাৰে কয়।

দৃঢ়বিশ্বাসী বিনোৱাজীয়ে ৫১ চনৰ নবেম্বৰৰ ২৪ তাৰিখে পুনৰ উত্তৰ প্ৰদেশ অভিমুখে যাত্ৰাৰম্ভ কৰে। এইবাৰ বিনোৱাজীয়ে সমগ্ৰ উত্তৰ প্ৰদেশ পৰিভ্ৰমণ উদ্দেশ্যে পূবদিশৰ পৰা যাত্ৰা কৰে। তেওঁ মাথো এই দেশৰ পৰাই খেতিৰ মাটি ১ কোটি একৰ পাবলৈ আশা কৰিছিল।

ইয়াৰ পাছত বিনোৱাজীয়ে মিৰাট জিলাত প্ৰবেশ কৰে। গান্ধী আশ্ৰমৰ প্ৰধান কাৰ্য্যালয় ইয়াত আছিল। আৰু ইয়াতে অধিক পৰিমাণে খদ্দৰ উৎপন্ন হৈছিল। ১৯২২ চনত আচাৰ্য্য জে, বি, কৃপালিনিৰ দ্বাৰা ইয়াত এই অনুষ্ঠান স্থাপন হৈছিল। ইয়াৰ পাচত মিৰাট জিলাৰ সাৰ্ধানা নামে ঠাইত শেষ বাৰলৈ থাকি ৩০ তাৰিখে মোজাফৰ নগৰৰ খাটাউলি উদ্দেশ্যে যাত্ৰা কৰে।

দুৰ্ভাগ্যক্ৰমে তেওঁ সেইবাৰ এটা দুৰ্ঘটনাৰ বাবা অসুস্থ হয়। তেনেহলেও প্ৰণালীবদ্ধ ভাবে তেওঁৰ দৈনিক কাৰ্য্য তালিকাৰ কাম চলি থাকিল। ইয়াৰ পাচত চাহাৰাণপুৰ জিলাৰ দেওবান্দ হৈ ৮ ডিচেম্বৰৰ দিনা ডেৰাডুন জিলাৰ কলচী নামে ঠাইৰ অশোক আশ্ৰমলৈ আহে। তেওঁ ইয়াত এখন সভাত কয়—

"কলচী আপোনালোকৰ ২,০০০ হেজাৰৰ অধিক বছৰ জনাজাত। এই বিখ্যাত ঠাইখনত ময়ো অশ্বমেধ যজ্ঞৰ পৌৰাণিক ঘোঁৰাৰ দৰে ঘুৰিছোঁ। অৰ্থাৎ মই ভূদান যজ্ঞৰ ঘোঁৰা।" ১৯৫১ চনৰ ডিচেম্বৰ, ৫২ চনৰ জানুৱাৰী ফেব্ৰুৱাৰী এই তিনটি মাহ স্বাধীন ভাৰতৰ নিৰ্ব্বাচনীৰ কাৰণে ব্যস্ত। চাৰিওফালে ৰাজনৈতিক দল বিলাক পিয়াপি দি ফুৰিছে। সেই সময়ত বিনোৱাজীয়ে উত্তৰ প্ৰদেশৰ ৰোহিলাখণ্ড বিভাগৰ উত্তৰ পশ্চিম ভাগ ভ্ৰমণত ব্যস্ত। সেই সময়তে কেইজনমান ৰাজনৈতিক কৰ্মীয়ে তেওঁক কিছুদিনৰ কাৰণে আন্দোলন বন্ধ কৰিবলৈ কয়—ইয়াৰ উত্তৰত বিনোৱাজীয়ে কৈছিল—যদি সূৰ্য্যদেৱে নিজ গতিত অগ্ৰসৰ হৈ আছে আৰু গঙ্গা ভৈয়ামত একে গতিৰে বৈ আছে তেন্তে তেওঁৰো কাম বন্ধ কৰিবৰ কাৰণ একো নাই।"

"মই মাথো ভগবানৰ হাতিয়াৰ হে। মোক যিমান দিনলৈকে ইচ্ছা তেওঁ ব্যৱহাৰ কৰিব। তেওঁৰ ইচ্ছাত হকা বধা কৰিবৰ মোৰ অধিকাৰ নাই। তেওঁ যদি ইচ্ছা কৰে তেন্তে অকল মোৰ কাৰ্য্য-তালিকাই নহয় মোকো বহিভূ্ৰ্ত কৰিব পাৰে।"

নিৰ্ব্বাচনীৰ ঘোৰ সংগ্ৰাম চলি থকা অৱস্থাতো তেওঁৰ প্ৰাৰ্থনা-সভা নিয়মমতে চলি আছিল। লগে লগে ভূমিও সংগ্ৰহ হৈছিল। যেতিয়া নিৰ্ব্বাচনী শেষ হৈ গ'ল—তেওঁ জনতালৈ পূৰ্ণ সহযোগিতা বিচাৰি এই বাণী দিলে—

"এতিয়া নিৰ্ব্বাচন শেষ হ'ল। আমি এতিয়া সকলোৱে ভবিষ্যৰ সেৱা কৰা উচিত। ৰাজনীতি ক্ষেত্ৰত আমাৰ মত ভিন্ন হলেও আমি ভূদান হকে একেলগে কাম কৰি যাওঁ আহক; আমি যে দুখীয়াৰ কাৰণে কাম কৰিবলৈ একত্ৰ হ'ব পাৰোঁ—ইয়াক আমি স্পষ্ট ভাবে কামৰ ভবিষ্যতে দেখুৱাব পাৰোঁ। বাইজে যাক ভাল পায়—তেওঁকেই সাদৰে নিৰ্ব্বাচনত তুলিব পাৰে। কিন্তু আমি—কৰ্ম্মী সকলে ইজনে সিজনক কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰোঁ। মই ঠাইৰপৰা ঠাইলৈ এই একে কথাকে ব্যাখ্যা কৰি কৈ আহিছোঁ। এই একতা মাথোন ভূ-দান যজ্ঞৰ ভবিষ্যতেহে ৰক্ষা হ'ব। যদি সকলোৱে সহযোগিতা কৰে, তেন্তে আমাৰ কাম আগবাঢ়িব। আৰু ই সকলো দল আৰু পাৰ্টিৰ অনুকূলহে হ'ব।

মিৰাট, মুজাফৰনগৰ, চাহাৰাণপুৰ, ডেৰাডুন, বিজনৰ মোৰোদাবাদ, ৰামপুৰ, নাইনিতাল, বেৰিলি, পলিভিট, বডুয়াম, ইটাহ, মণিপুৰ ইটোৱাহ, ফাৰোকাবাদ, ছাহাজানপুৰ, হাৰদৈ, লক্ষীমপুৰ, খেৰী আদি কৰি ১৮ খন জিলা পৰিভ্ৰমণ কৰি ৫২ চনৰ ২২ ফেব্ৰুৱাৰীৰ দিনা বিনোৱাজী ছিতাপুৰত উপনীত হয়হি। সুদীৰ্ঘ ৯০ দিনীয়া ভ্ৰমণত

আচাৰ্য্য বিনোৱা ভাবে

বিনোৱাজীয়ে ১৭৪৭ জন দাতাৰ পৰা ২৮,৩০৮ একৰ মাটি পাইছিল।

মোৰোদাবাদৰ চৌলাপুৰ নামেৰে এখন ঠাইত ৰামচৰণ নামেৰে এজন অন্ধলোকে ৰাজনিশা প্ৰায় ১ একমান বজাত বিনোৱাজীৰ বাহৰত উপস্থিত হয়। দিনটোৰ বিশ্ৰামহীন পৰিশ্ৰমৰ পাছত বিনোৱাজী টোপনিত বিভোৰ। ৰামচৰণৰ কপাল ভাল আছিল, ভূগেই হ'বলা একন লোক বাহিৰলৈ যাওঁতে ভেওঁক লগ পালে। অন্ধলোকে ইমান নিশা অহৰ তালৈ অহাৰ কাৰণ সুধিলে—অন্ধই উত্তৰ দিলে—"দৰিদ্ৰৰ কাৰণে ভূ-দান গ্ৰহণ কৰা এজন সন্ন্যাসীবাবা আহিছে বুলি মই শুনিছোঁ। মোৰ মাথো ১২ বিঘা মাটি আছে আৰু তাকেই মই বাবাক দান দিবলৈ বিচাৰিছোঁ।" সেই নিশাই দানপত্ৰত আঙুলিৰে চাব আদি মাৰি মাটিদান কাৰ্য্য সমাধা কৰি অন্ধলোকজন পাঁৱলৈ উভতি গ'ল। এই খবৰ বিনোৱাজীয়ে মাথো ৰাতিপুৱাহে পালে।

এই প্ৰসঙ্গত বিনোৱাজীয়ে কৈছিল—"ৰামচৰণ অন্ধ বুলি লোকে কয়। কিন্তু কবলৈ গলে আমিহে প্ৰকৃততে অন্ধ। ৰামচৰণ ঈশ্বৰৰ কমল-চৰণৰ আকাৰ ধৰি ভগবান নিজে ভূ-দান যজ্ঞত আশীৰ্ব্বাদ দিবলৈ আহিছিল।"

নাইনিতালৰ কালাভুজি নামেৰে এখন গাৱঁত যেতিয়া বিনোৱাজীয়ে বাহৰ কৰি আছিল—তেতিয়া এগৰাকী মহিলা

বিনোৱাজীৰ ওচৰলৈ আহিল। এই মহিলা গৰাকীৰ কিছু মাটি পাৰ্ব্বত্য অঞ্চল আৰু কিছু মাটি তেখাই অঞ্চলত আছিল। মহিলা গৰাকী দুবে পাইৰ পথা খোজকাঢ়ি আহি ৰাতি ১১ বজাত বাহৰত উপনীত হয়। বাহৰৰ প্ৰত্যেকেই তেতিয়া নিদ্ৰাত অচেতন। পুৱা তিনিবজাত বিনোৱাজীৰ চেক্ৰেটেৰী শ্ৰীদামোদৰ দাস মুণ্ডা বেতিয়া বাহিৰলৈ আহে, তেওঁ দেখে এগৰাকী মহিলা বাহৰৰ দুৱাৰমুখত বহি আছে। বিধি ব্যৱস্থা অনুসৰি মহিলা গৰাকীয়ে তেখাই অঞ্চলত থকা মাটি আৰু এটি পঁজা দানদি বংৰনেৰে উভতি গ'ল।

গোৰখপুৰ জিলাত ইয়াৰ অধিবাসী সকলে আনন্দৰ প্ৰাচুৰ্য্যেৰে বিনোৱাজীক অভিবাদন জনায়। মহিলা সকলে এই উপলক্ষে পবিত্ৰ নাম গায় আৰু আৰতি কৰে। এই অনুষ্ঠাৰ মাজতে এগৰাকী মহিলা বিনোৱাজীক কিবা কওঁ নকওঁকৈ আগবাঢ়ি আহিল। বিনোৱাজীয়ে মহিলা গৰাকীৰ অৱস্থা দেখি—তেওঁক কৰলৈ সাহস দিলে।

মহিলা গৰাকীয়ে অৱশেহত সাহস গোটাই ক'লে "মোৰ ১২ বিঘা মাটি আছে আৰু পাঁচোটি পুত্ৰসন্তান আছে। তুমি মোৰ ৬ষ্ঠ সন্তান। সেই কাৰণে তুমি মোৰ দুবিঘা মাটি গ্ৰহণ কৰিব লাগে।"

পৰম সন্তোষেৰে বিনোৱাজীয়ে এই মাটি গ্ৰহণ কৰিলে। এই বিষয়ে তেওঁ কৈছিল "দুবিঘা মাটি মোৰ চকুত দুইলাখ যেন লাগিছে। মোৰ কামৰ বাবে মোৰ প্ৰতি এই মাতৃৰ আশীৰ্ব্বাদহে।"

ইয়াৰ পাছত বাহ্‌বৈছ জিলা হৈ ইকুৱালা পাৰ হৈ গোণ্ডা বস্তী, গোৰখপুৰ, ডেৱৰিয়া, আজামগড়, বালিয়া, গাজীপুৰ আৰু ইয়াৰ পাছত কাশীলৈ আহে। এই ঠাই বিলাকৰ অধিবাসী বিলাকৰ অৱস্থা অত্যন্ত শোক লগা। আৰু ইয়াৰ জনসংখ্যাও বিপুল। বেলিয়াত কমিউনিষ্টৰ ফালৰ পৰা এখন অভিনন্দনপত্ৰ দিয়া হৈছিল। এই ঠাইৰ অধিবাসী বিলাকৰ বিনোৱাজীৰ প্ৰতি শুভ-ইচ্ছা প্ৰবল আছিল। ইয়াতে এঠাইত বিনোৱাজীয়ে কৈছিল "কমিউনিষ্ট সকলে ইয়াত কিয় শিপাইছে মই উপলব্ধি কৰিছোঁ। কিয়নো ইয়াত তেনে কোনো সংগঠনমূলক কৰ্ম্মী নাই। কমিউনিষ্টে দৰিদ্ৰক সেৱা কৰিবলৈ বিচাৰে। যদিহে কৰ্ম্মী সকলে প্ৰকৃত কাম কৰে তেন্তে কিয় কমিউনিষ্ট সকলৰ আৱশ্যক হব।"

বাহ্‌বৈছৰ পৰা বেলিয়ালৈকে বিনোৱাজীয়ে ১৭৮৪ জন দাতাৰ পৰা ১৭,৪৭৬ একৰ মাটি সাতখন জিলাৰ ভিতৰত পাইছিল। কাশীত উপস্থিত হোৱাৰ লগে লগে 'এনি বেচান্ত' স্কুলৰ ছাত্ৰ-ছাত্ৰী সকলে বিনোৱাজীক চিৰস্মৰণীয় আদৰণি জনায়।

৫২ চনৰ ১২ এপ্ৰিলৰ দিনা বেনাৰসৰ পৰা প্ৰায় ১৪ মাইল দূৰৰ সেৱা-পুৰী নামৰ উপনিবেশত উপস্থিত হয়গৈ। ১৩, ১৪, ১৫ আৰু ১৬ তাৰিখে সৰ্ব্বোদয় সমাজৰ বছেৰেকীয়া অধিবেশন বহিছিল। ইয়াত তেতিয়ালৈকে বিনোৱাজীয়ে ৪৯৩৬ জন দাতাৰ পৰা ১০২,৩৬১ একৰ মাটি পাইছিল।

সৰ্ব্বোদয় সমাজৰ সম্পাদক শ্ৰীশঙ্কৰৰাও দেৱে সম্মিলনত এটা প্ৰস্তাৱত বাইজক আহ্বান কৰি কয় "বিনোৱাজীৰ মহৎ উদ্দেশ্য সাধনৰ অৰ্থে মুবছৰৰ ভিতৰত ২৫ লাখ একৰ মাটি সংগ্ৰহ কৰিব লাগে। ই আচলতে সহজ কথা নহয়—কিন্তু মন যাৰ বাধিধাৰ প্ৰচণ্ড স্ৰোত ধাৰাত কৈয়ো ক্ষিপ্ৰ আৰু শক্তিশালী তেওঁৰ কাৰণে সংসাৰত একো অসম্ভৱ নাই।"

গান্ধীজীৰ পাছতেই তেওঁ মহৎ উদ্দেশ্য সাধনৰ হকে সাধাৰণ মানুহৰ মাজলৈ নামি আহিছিল বুলি আচাৰ্য্য ভাবেই বুজিছিল। আৰু সেই কাৰণে তেওঁ অহিংসা পথেৰে দুৰ্দশা-ক্লিষ্ট বাইজৰ জটিলতাৰ মাজেৰে শান্তমূৰ্ত্তিৰে প্ৰবেশ কৰি স্থায়ৰ মাপকাঠিৰে ভূমি দাবী কৰিলে।

এই সৰ্ব্বোদয় সম্মিলনৰ লগে লগে ভাৰতৰ ভূদান যজ্ঞৰ কথা দিগ্ দিগন্তলৈ বিয়পি গ'ল। ইয়াৰ পাছত বিনোৱাজীয়ে বাকী থকা অঞ্চল ভ্ৰমণৰ কাৰণে ওলায়। ৫২ চনৰ এপ্ৰিলৰ ২০ তাৰিখে বেনাৰস জিলা, যোনপুৰ, অযোধ্যা আদি পাৰ হৈ আকবৰপুৰ পায়হি। এই ঠাইৰ গান্ধী-আশ্ৰম খদ্দৰ উৎপন্নৰ কাৰণে বিখ্যাত আছিল। তেওঁ এই ঠাইত কৈছিল—"গান্ধীজীৰ মৃত্যুৰ পাছত মই অহিংসাৰে গৱেষণা কৰিবলৈ ক্ষেত্ৰ বিচাৰিছোঁ। আৰু মই সেই একে আদৰ্শৰেই মুছলিম সকলক পূৰ্ণ সংস্থাপন কাৰ্য্যত সক্ৰিয় অংশ গ্ৰহণ কৰিছোঁ। এইটো এটা শুভ-অভিজ্ঞতা। ইয়েই মোক তেলেংগানালৈ যাবলৈ উদ্গনি দিছিল। ভূদান যজ্ঞৰ আকাৰত

মই তাত অহিংসাৰ প্ৰতিমূৰ্ত্তি দেখিছোঁ। দিল্লীলৈ যাবলৈ মোৰ যি দুমাহ সময় লাগিছিল সেই সময়ছোৱাৰ ভিতৰত মই ১৮ লাখ একৰ মাটি পাইছোঁ। সৰ্ব্বসাধাৰণে যে অহিংসা-নীতি আদৰিবলৈ আগ্ৰহান্বিত তেতিয়াই সেইটো মই উপলব্ধি কৰিছিলোঁ। উত্তৰ প্ৰদেশৰ সৰ্ব্বোদয় সম্মিলনৰ বন্ধুসকলৰ অনুৰোধত মই ইয়াতে সেই গবেষণা আগতকৈ বহল ক্ষেত্ৰত কৰিবলৈ সাহস কৰিছোঁ। আমি এটা পৰিয়ালৰ কাৰণে পাঁচ একৰ মাটি সংগ্ৰহ কৰিবলৈ স্থিৰ কৰিছোঁ। আমি এতিয়ালৈকে এক লাখ একৰ মাটিত কৈয়ো অধিক মাটি পাইছোঁ। মই ইয়াত ভগবানৰ হাতৰ বাহিৰে একো দেখা নাই। তেওঁ এই কাম ইচ্ছা কৰে আৰু এই কাম সাদৰে গ্ৰহণ কৰিব। মোৰ কেইজনমান সঙ্গীয়েই এই কথা উপলব্ধি কৰে। ফল হ'ল এই, সেৱাপুৰীৰ সৰ্ব্বোদয় সম্মিলনৰ কৰ্ম্মী সকলে দুবছৰৰ ভিতৰত ২৫ লাখ একৰ মাটি সংগ্ৰহ কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈছে।

অকল মাটিহীন খাইজৰ মাজত ২৫ লাখ একৰ মাটি বিলালেই যে এই সমস্যা সমাধান নহয়, তাক মই বুজিছোঁ। কমেও পাঁচ কোটি একৰ মাটি হলেহে এই সমস্যা সমাধান হ'ব। যদি আমি প্ৰথম চাপত ২৫ লাখ একৰ মাটি পাওঁ আৰু ইয়াৰ জৰিয়তে আমি ভাৰতৰ পাঁচ লাখ গাঁৱলৈ অহিংসাৰ বাণী পঠিয়াব পাৰোঁ, তেন্তে সমানভাৱে মাটি বিতৰণৰ কাৰণেই এটা সুন্দৰ আবহাৱাৰ সৃষ্টি কৰিব বুলি মই বিশ্বাস কৰোঁ।

"হে দেশবাসী সকল, আপোনালোক সকলোকে প্ৰজাতন্ত্ৰ যজ্ঞত আহুতিৰ অংশ গ্ৰহণ কৰিবলৈ মই নিবেদন জনাইছোঁ। এই উদ্দেশ্য সিদ্ধি কৰি আপনালোকে আৰ্থিক ক্ষেত্ৰত অহিংসাৰ সমাজৰ কীৰ্ত্তি হিচাবে স্থাপন কৰক। তিনিটা কাৰণত এই কাৰ্য্য ভদ্ৰ বুলি মই দাবী কৰোঁ। ভাৰতৰ সাংস্কৃতিক সম্পদৰ লগত ইয়াৰ সামঞ্জস্য বিৰাজমান। আৰ্থিক আৰু সামাজিক বীজ ইয়াতে অৰ্পিত আছে। সৰ্ব্ব শেষত পৃথিৱীৰ শান্তি-স্থাপনত ই সহায় কৰিব। মোৰ যে দেশবাসীৰ কাৰণে দৈনিক তালিকা প্ৰস্তুত কৰিবৰ অধিকাৰ নাই মই জানোঁ। দৰিদ্ৰ সকলৰ সেৱা কৰা পথেই জীৱনৰ সকলোতকৈ উচ্চ পৰ্য্যায়ৰ কাৰ্য্য কৰিব পৰা বুলি মই ভাবোঁ যিহেতু ভগৱানৰ মই পৰম ভক্ত। গান্ধীজী যদি আজি জীয়াই থাকিল হেতেন—মই জনতাৰ সন্মুখত আজি যেনেকৈ দেখা দিছোঁ তেনেকৈ দেখা দিব নোৱাৰিলোঁহেতেন! কিন্তু মই গাৱঁৰ বাট পথ পৰিষ্কাৰ কৰা কামত মনোনিবেশ আৰু কৃষিকাৰ্য্যৰ জৰিয়তে কাঞ্চন মুক্তি অৰ্থাৎ সমাজত ধন সোণৰ সম বিতৰণৰ বিষয়ে গৱেষণা কৰিলোঁহেতেন! পৰিস্থিতিয়ে মোক এই মহৎ যজ্ঞৰ ভীষণ সাহসী পথপ্ৰদৰ্শক হ'বলৈ বাধ্য কৰিছে। ইয়াক উচ্ছৃংখলেই কওঁক, বা বিনয়েই কওঁক, মই ইয়াক ভগৱানৰ চৰণত অৰ্পণ কৰিছোঁ। আৰু মোৰ ভাই ভনী সকলোকে মই ইয়াত সহযোগ কৰিবলৈ সোঁহাৰি জনাইছোঁ।"

আচাৰ্য্য বিনোৱা ভাবে

যেই মহৰ ১ তাৰিখে পৃথিবী জুৰি বনুৱা দিবস হেন্দোলনি আৰু সেই দিনটোতেই বিনোৱাজীয়ে ফৈজাবাদত উপস্থিত হৈ এই সম্পৰ্কে কৈছিল—"মই যি কাম হাতত লৈছোঁ, এই কাম শ্ৰমিকৰ কাম। বোবা মাটিহীন আৰু দুৰ্ব্বলৰ কাৰণে এই আন্দোলন। সাধাৰণতে চহৰ বিলাকত শ্ৰমিক আন্দোলন হয় যদিও ইউৰোপৰ গাওঁ বিলাকত হে কৃষক অন্দোলন হোৱা পঢ়িবলৈ পাওঁ। কিন্তু ভাৰতবৰ্ষৰ তেনেকুৱা আন্দোলন বিলাক সাধাৰণতে চহৰতহে আবদ্ধ থাকে। আমাৰ কৃষক শ্ৰমিক সকলৰ কাৰণে কোনো অনুষ্ঠান একেবাৰেই নাই। তেওঁলোকৰ মাজত জাগৰণ নাই—তেওঁলোক নিৰক্ষৰ। খেতি কৰি জীৱিকা নিৰ্ব্বাহ কৰাৰ বাহিৰে তেওঁলোকে একো নেজানে। খেতি কৰা মাটিডোখৰো তেওঁলোকৰ নিজৰ নহয়। এই শ্ৰমিক সকলেই জথলাৰ সকলোতকৈ নিম্নতম থাপৰ আৰু তেওঁলোক সমাজৰ দৃষ্টিৰ আগত অতি ক্ষুদ্ৰ। মই যি কাম হাতত লৈছোঁ, এই কাম তেওঁলোকৰ কাৰণেই। মোৰ আন্দোলন শ্ৰমিক আন্দোলন। মই এজন নিজে শ্ৰমিক। মোৰ জীৱনৰ ডেৰকুৰি দুবছৰ; যথাৰ্থতে মোৰ ভৰ ডেকা বয়সৰ শ্ৰেষ্ঠ বছৰ বিলাক মই শ্ৰমিকৰূপেই পাৰ কৰিলোঁ। যদিও সমাজে নিম্নথাপৰ আৰু মৰ্য্যাদাহীন বুলি ভাবে তথাপি মই অতি আৱশ্যকীয় কাম যেনে পৰিষ্কাৰ পৰিচ্ছন্ন, বোৱাকটা, কাঠৰ কাম, কৃষিকাৰ্য্য আদি কাম সম্পন্ন কৰিছোঁ। মোৰ কামে মাটি সমস্যা সমাধান কৰিব পাৰিব, খাদ্য-

সামগ্ৰী অধিক উৎপাদন কৰিব পাৰিব, তাৱ বিচাৰিব পাৰিব, গাওঁ সংগঠন কৰিব, চৰকাৰী যন্ত্ৰৰ ভুত-ফল পাব পাৰিব, মানুহৰ মনত ধৰ্মভাৱৰ সঞ্চাৰ কৰি যৎম আৰু মহত্ব ঢালিব পাৰিব আৰু সমাজৰ এই নিম্নতম শ্ৰেণীৰ লোকসকলক নৈতিক উন্নতিৰ সহায়তা কৰিব পাৰিব।"

ইয়াৰ ৮ আঠ দিনৰ পাছত বুদ্ধ জয়ন্তীৰ দিনা লক্ষ্ণৌ চহৰত তেওঁ উপস্থিত হয়। সেই মাহৰ ১৩ তাৰিখে 'উন্না' জিলা পাৰ হৈ কানপুৰত উপস্থিত হয়। কানপুৰৰ ভূদান কমিটিয়ে বিনোৱাজীক ১,৩০০০ একৰ মাটিৰ দানপত্ৰ দিয়ে। বিনোৱাজীয়ে কানপুৰত কানপুৰ উন্নয়ন বিভাগে স্থাপন কৰা হৰিজন উপনিবেশ এখন উদ্বোধন কৰি এই ভাষণ দিয়ে—"আপোনালোকৰ চহৰৰ কীৰ্ত্তি বিধাট আৰু বহু-তলিয়া অট্টালিকাৰ ওপৰত নিৰ্ভৰ কৰা নাই, কিন্তু হৰিজন সকলৰ বস বাসৰ ওপৰত হে নিৰ্ভৰ কৰিছে। যি সকল শক্তিহীন তেওঁলোকে ঐশ্বৰিক ক্ষমতা লাভ কৰে। আমি তেওঁলোকক সেৱা কৰিবলৈ হৈ—ভগবানৰ অনুগ্ৰহ লাভ কৰোঁ। আমাৰ শৰীৰৰ দুৰ্ব্বল যন্ত্ৰই আমাৰ শক্তি। ভঙ্গী আমাৰ হৃদয়। যদি এনে নহয়—তেনেহলে সমাজো এদিন বন্ধ হৈ যাব।"

কানপুৰত ভূমি দান কাৰ্য্যত সন্তোষ প্ৰকাশ কৰি যি ২,০০০ দুহেজাৰ পৰিয়ালে সেই মাটি পাব তেওঁলোকৰ কাৰণে ২,০০০ হেজাৰ জোৰা বলধ বিচাৰি হাত মেলিলে।

১৯৫২ চনৰ ১৭ মেৰ দিনা বিনোৱাজীয়ে নিজেই আইন-কানুন গঢ়ি মাটিহীন খাইজৰ মাজত মাটি বিলোৱা কাম আৰম্ভ কৰিলে। মাটি বিলোৱা ঠাই আছিল কালপুৰৰ পুথ্‌খাৱন মামেৰে ঠাইখন। এই উপলক্ষে তেওঁ কৈছিল—

"আমি ইয়াত এটা বৰ লজ কাম কৰিবলৈ সমবেত হৈছোঁহক। আমি ভূদানত পোৱা মাটি মাটিহীন আৰু বেকাৰ লোকক দিবলৈ ওলাইছোঁ। ত্যাগ আৰু মেহৰ ভবিষ্যতে এই কাম হ'ব। আমাৰ প্ৰয়োজন অনুসৰি এ ভূমিদান যজ্ঞ লৈ আকৌ ভূমিদান আহিব বুলি মই আশা কৰিছোঁ।"

এইদৰে সৰ্ব্বপ্ৰথমে ৮ আঠোটি পৰিয়ালৰ মাজত পৰিয়ালৰ লোকসংখ্যা হিচাবে ৪৩,১৭৫ মাটি ভগাই দিয়া হ'ল।

ইয়াৰ পাছত বিনোৱাজীয়ে কৈছিল "যি সকলে মাটি পাইছে তেওঁলোকে আশীষ পাইছে—কিন্তু যি সকলে দান দিছে তেওঁলোকে দুগুণ আশীষ পাইছে। মাটিহীন সকলে মোৰ মতে মাটি পাবই লাগিব। যদি অন্য উপায় নাই—তেন্তে ভু-দানৰ ভবিষ্যতে। ভগবান ৰামৰ এই দৈববাণী অদ্বিতীয়। আমি সেই মহৎ উপায় অৱলম্বন কৰিছোঁ। গৰীব সকলক মই সত্য বুলি ভাবিবলৈ এখন পাৰ্ব্ব দাতা সকলক কয়। আৰু তেওঁলোকৰ সেৱা কৰিবলৈ অনুৰোধ কৰিব। আজিৰ যুগ কলি যুগ বুলি মানুহে কয়। কলিযুগ মানে পাপ আৰু অধোগতি। কিন্তু মই কওঁ, আমিয়েই যুগ ক গঢ়িব

পাৰো। আত্মা একেই সমান আৰু অবিকৃত সকলো ঠাইতে। আজি আমাৰ ওচৰত যি ঘটনা ঘটিছে—সেয়েই শ্ৰেষ্ঠ সত্য। আসক্তিহীনভাবে দৃঢ়বিশ্বাসেৰে মই এই কাম হাতত লৈছিলোঁ। যদি মোৰ আসক্তি থাকিলহেঁতেন তেন্তে মই বহুত দিন পূৰ্ব্বেই হতাশ হৈ পৰিলোহেঁতেন। মোৰ সৰ্ব্বপ্ৰধান বিশ্বাসৰ পৰা নিজক মোৰ আঁতৰাই দি চৰকাৰৰ হাতিয়াৰ আৰু যন্ত্ৰ হ'ব পাৰিলোঁহেঁতেন। ঈশ্বৰক ধন্যবাদ যে তেনে হ'বলৈ নেপালো। মই স্বাধীন আৰু মুক্ত থাকিলোঁ। মই মাটি বিচাৰিলোঁ—মাটি পালোঁ—আৰু মাটি দান দিলোঁ।"

ইয়াৰ পাছতে বিনোৱাজীয়ে উত্তৰ প্ৰদেশৰ জালাউন জিলাত চাৰিদিন থাকি হামিৰপুৰ জিলাৰ বেটোৱা পাৰ হৈ ইটালিয়া নামে ঠাইত ২৩ তাৰিখে উপনীত হয়হি। ইটালিৱা পোৱাৰ আগতে ১০১ একৰ মাটি মেংগ্ৰথ নামে গাৱঁৰ মানুহে বিনোৱাজীক দান দিয়ে।

ইয়াৰ পাছতে বিনোৱাজী বান্দালৈ আহে। ভক্ত কবি তুলসীদাসৰ মহান গুণৰাশিৰে আজিও প্লাবিত এই ঠাই।

ইয়াৰ কৰ্ম্মী সকলে বিনোৱাজীক ২০,০০০ একৰ মাটি দান দিয়ে আৰু ৮০,০০০ একৰ মাটি সোনকালে দিবলৈ প্ৰতিশ্ৰুতি দিয়ে। তেওঁ ৫২ চনৰ ৭ জুনৰ দিনা ফটেহপুৰ জিলাত উপনীত হয়। সেই দিনাৰ পৰা ৩৬ বছৰৰ আগতে এই ঠাইতে প্ৰথম বাৰলৈ বিনোৱাজীয়ে বাপুজীক লগ পাইছিল। ইয়াৰ পাছতে ৰেবাৰিলি, চুলতানপুৰ, প্ৰতাপগড় আদি পাৰ হৈ ২৩ জুনৰ দিনা এলাহাবাদত উপনীত

হয়। এই ঠাইতে শ্ৰীপুৰুষোত্তম দাস টেণ্ডনক লগ পায়। সেই দিনৰ গধূলি প্ৰাৰ্থনা সভাত বিনোৱাজীয়ে কয়—"কাৰো একো হানি নকৰাকৈ যোৱাধিৰ দৰে আমি মাটি আহৰণ কৰিবলৈ বিচাৰিছোঁ। একনৰ সত্যনিষ্ঠাই আনজনৰ সত্যনিষ্ঠাৰ লগত কেতিয়াও সংঘৰ্ষ নকৰে বুলি মই বিশ্বাস কৰো। এখন দেশৰ মঙ্গলে আন দেশৰ বিপৰীতে নেযায়। একনৰ শুভ আন জনৰ প্ৰত্যন্তৰ হে। মই অকল মাটিয়েই বিচৰা নাছিলোঁ। লগতে আনৰ অন্তৰ জয় কৰিবলৈ বিচাৰিছিলোঁ। যি দান কৰে তেওঁ যে অকল মাটিকেই দান দিয়ে এনে নহয়—লগতে স্নেহো উজাৰি দিয়ে। এইদৰেই তেওঁ একন ৰাজহুৱা কামৰ অংশীদাৰ হৈ পৰে। মই যেতিয়ালৈ এই কাম কৰি কৃতকাৰ্য্যতা লভিব নোৱাৰোঁ তেতিয়ালৈকে মই জিৰণি নলওঁ বুলি স্থিৰ কৰিছোঁ।

তেওঁ ইয়াৰ পাছত যি দিনা এলাহাবাদ পালেহি—সেই সময়ত প্ৰবল ধাৰে বৰষুণ। সেইদিনা আছিল জুনৰ ২৪ তাৰিখ। প্ৰকৃতিৰ এই বৰ্ষা নৃত্যলৈ বিনোৱাজীৰ দৃষ্টি গলেও সেই দৃষ্টিত তেওঁ আতঙ্কিত নহল। তেওঁ সেই বোৰলৈ ভ্ৰক্ষেপ নকৰি এই মহা-নগৰীৰ পৰা ১ লাখ একৰ ভূমি দান বিচাৰিলে। তেওঁ এলাহাবাদত সৰ্ব্বমুঠ ২৭৫৬১ একৰ মাটি পালে।

জুলাই মাহৰ ১ তাৰিখে বিনোৱাজী মিৰ্জ্জাপুৰ জিলাৰ চুলতানাপুৰ নামে এখন ঠাইত অৱস্থান কৰিছিল। উত্তৰ প্ৰদেশৰ

চৰকাৰে সেইদিনাই জমিদাৰী উচ্ছেদ উৎসৱ পালন কৰিছিল। সেই উপলক্ষে নগৰীত হুলস্থূল; বিনোবাজীয়ে কিন্তু পকৱাৰ দৰে তিল তিলকৈ কাম কৰি আছে। এই প্ৰসঙ্গত তেওঁ মাথো কৈছিল —"এইদিনটোত আপোনালোক সকলোৱে নিশ্চয় উৎসৱ পালন কৰিছে। মোৰ উৎসৱ কৰিবলৈ কি আছে? যেতিয়ালৈকে দেশত মাটিহীন দুৰ্দ্দশাগ্ৰস্ত পৰিয়াল আমাৰ মাজত থাকিব—তেতিয়ালৈকে আমাৰ আনন্দ কৰিবলৈ একো নাই। যি সকলে পূৰ্ব্বে মাটিত খেতি কৰিছিল জমিদাৰী উচ্ছেদে তেওঁলোকৰ কাৰণেহে মাথো মাটি আনিলে। পূৰ্ব্বে অৱশ্যে তেওঁবিলাক উক্ত মাটিৰ মালিক নাছিল। এতিয়া মালিক হ'ব। মাটি যে ডাঙৰ জমিদাৰ সকলৰ হাতৰ পৰা খেতিয়ক সকলৰ হাতলৈ আহিল এইটো সঁচা কথা—কিন্তু যি সকল মাটিহীনক সকলো কালৰ পৰা অচুৎ বুলি ভবা হয়—তেওঁলোকৰ বিষয়ে কি ব্যৱস্থা হ'ব? এই দৰিদ্ৰ সকলৰ কাৰণে আমি যেতিয়া কিছু কাম কৰিবলৈ সক্ষম হ'ম—তেতিয়াহে আমি অন্তৰত তৃপ্তি পাম। সেই ভুক্তভোগী সকলক মই আজি কি বুলি সান্ত্বনা দিব পাৰোঁ?

যদি মই জানিলোঁহেতেন যে গঙ্গা স্বৰ্গৰ পৰা নামি আহি শঙ্কৰৰ চুলিৰ গাঁঠিত বান্ধ খাই থকাৰ সলনি সকলোৱে কাৰণে সুগম হলহেতেন তেন্তে মই নিশ্চয় সুখী হলোঁহেতেন! যেতিয়ালৈকে ভৰিৰ গাঁড় দুগুকায় গোটেই দেহত চন্দনৰ প্ৰলেপ দিলে কি হ'ব?

লাখ লাখ মাটিহীন লোক আমাৰ অতিথি থাকিব লগে। বৰ্ত্তমান আমি তেওঁবিলাকক সুখী কৰিবলৈ যত্ন কৰিব লাগে। তেওঁলোকে যি দুৰ্ব্বহ জীৱন-যাপন কৰিছে—তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। আমি তেওঁলোকৰ কাৰণে কিছু ত্যাগ কৰিলেহে তেওঁলোক সুখী হ'ব। আপোনালোকে যদি ভিক্ষা মাগিও তেওঁলোকৰ কাৰণে কাম কৰে আপোনালোকে দেখিবলৈ পাব তেওঁলোক চিৰদিন আপোনাৰ দাস হৈ আপোনাৰ কাৰণে নিজৰ জীৱনো বলি দিবলৈ প্ৰস্তুত থাকিব। যেতিয়া এজন লোকে মাটিহীন মানুহৰ কাৰণে কিছু ত্যাগ স্বীকাৰ কৰে তেওঁ জগতৰ নাগৰিকৰ স্বত্ব কৰিবলৈ সক্ষম হ'ব।"

৫২ চনৰ ৪ জুলাই তাৰিখে বিনোবাজী বেনাৰসত প্ৰবেশ কৰে আৰু বাৰিষা বতৰৰ কাৰণে তাৰ কাশী বিদ্যাপীঠত দুমাহ কাল থাকিব লগীয়া হয়। এতিয়াতলৈকে মুঠতে তেওঁৰ ২,৯৬৬৩৪ একৰ মাটি সংগ্ৰহ হয়। ইয়াতেই বিনোবাজীয়ে তেওঁৰ পুৰণি বন্ধু আৰু দেশভক্ত আচাৰ্য্য কিশোৰলাল ঘনশ্যামদাস মশ্ৰুৱালাৰ পৰলোক গমনৰ সংবাদ পায়। এই খবৰত তেওঁ ম্ৰিয়মান হৈছিল। কিন্তু গীতাই যাৰ-জীৱনৰ একমাত্ৰ পাথেয়—তেওঁ নিশ্চয় সাংসাৰিক এই দুৰ্যোগ মুহূৰ্ত্তত খন্তেকলৈ মোহত আচ্ছন্ন হলেও নিজক সংযত ৰাখিবলৈ শক্তি পায়। বিনোবাজীয়ে কৰ্ত্তব্যৰ বতৰ জুৰাইয়ে থাকিল।

উত্তৰ প্ৰদেশত থকা কালছোৱাত আলমোৰাৰ বাহিৰে তেওঁ

প্ৰায় গ্ৰাম পৰিদৰ্শন কৰিছিল ; ৩,৭৫০ মাইল পদব্ৰজে ভ্ৰমি ২৫৭ খন ঠাইত ৰাহৰ কৰি মুঠতে ২২,৫০,২৮ একৰ মাটি তেওঁ সংগ্ৰহ কৰিছিল। তেওঁ ২৩১টা পানীৰ কুঁৱা, ১টা টিউবওৱেল, ৩৪ যোৰা বলধ, ৬টা ঘৰ, ১টা ৰন্ধন ঘৰ, ১টা ধৰ্মশালা, ১১ খন নাঙল, ৪টা পাঁচিয়াল চকা, ১,৩০,০০০ ডোখৰ ইটা ১৫ মোণ চিমেণ্ট, ৪টা পুখুৰী, ১৫,৫০০ শ টকা মূল্যৰ ৫৩১ যোগা মূল্যবান বুক আৰু কেইবা যোগো বীজ দান হিচাবে পাইছিল। ইয়াৰ বাহিৰেও তেওঁ তাত ৰাইজৰ পৰা শ্ৰম-দান পাইছিল। মুঠতে সমগ্ৰ দেশত ২১ এবাৰ মাহ ঘূৰি ভ্ৰমণ কৰাৰ পাছত তেওঁ প্ৰায় ৪ চাৰিলাখ একৰ মাটি সংগ্ৰহ কৰিছিল। তেওঁ এবাৰ কৈছিল—"বাৰ হেজাৰৰ অধিক লোকে প্ৰায় তিনি লাখ একৰ মাটি দান দিছে। যদি কোনোবা সাধকে মাটি বিচাৰে ই নিশ্চিত যে তেওঁ মাটি পাব। এয়ে ভগৱানৰ নিজৰ কাম। আপুনি যদি এই কাম কৰিব খোজে তেন্তে আপুনি ঈশ্বৰৰ আশীৰ্ব্বাদ পাব। এই কথা বিনোবাই কোৱা নাই, ঈশ্বৰে তেওঁৰ জৰিয়তে কোৱাইছে। ঈশ্বৰে মোক যি শক্তি দিছে আপোনাকো সেই শক্তি দিছে ; পাৰ্থক্য ইয়াতেই যে আপুনি সেই নিহিত শক্তি উপলব্ধি কৰিব পৰা নাই। মই বুজিব পাৰিছোঁ, তেওঁ আমাক পৰীক্ষা কৰিছে। যদি কৰ্মী সকলে এই অগ্নি-পৰীক্ষাৰ সন্মুখীন হ'বলৈ কষ্ট আৰু যন্ত্ৰণা সহ্য কৰে, তেন্তে অহিংসা আন্দোলন তেওঁলোকে সফলতাৰে কৰি যাব পাৰিব।"

ইয়াৰ পাছতেই অৰ্থাৎ ১৪ তাৰিখে উত্তৰ প্ৰদেশৰ হৈয়দৰাজাৰ পৰা তেওঁ আহি গধুলি কৰ্মনাশা নদীৰ পাৰ পালহি। আৰু গধুলি উত্তৰ প্ৰদেশৰ পৰা বিদায়কণত তেওঁ সেই প্ৰদেশৰ নাগৰিক সকলৰ প্ৰতি কৃতজ্ঞতা জনাই কয়, "যেতিয়া বায়ু প্ৰতিকূলে বলিছিল, তেতিয়াও আপোনালোকে পাঁচ লাখ একৰ মাটি সংগ্ৰহ কৰা কামত সাহস কৰিছিল। ভগবান ৰামৰ এই কামৰ পূৰ্ণতাৰ কাৰণে আপোনালোকে কোনো শ্ৰম বাকী ৰখা নাই। ভগবানৰ আশীৰ্ব্বাদ আপোনালোকৰ লগত থাওক।" ইয়াৰ পাছতে নতশিৰে কৰযোৰ কৰি বিহাৰৰ উদ্দেশ্যে নাওত উঠিল—কৰ্মনাশাৰ সোঁতত বিনোৱাজীৰ নাও চলিল—বিহাৰ মুখে। সন্ধিয়াৰ অন্ধকাৰ দূৰ কৰিবলৈ বিনোৱাজীৰ নাওখনৰ-জ্বলি থকা বন্তি কিগছি দূৰদিগন্তত বিলীন হৈ গ'ল। উত্তৰ-প্ৰদেশৰ জনতাই চকু-লোৰে এই সন্ন্যাসী জনৰ প্ৰতি শ্ৰদ্ধা জনালে।

বিহাৰ প্ৰদেশৰ প্ৰান্তত উপনীত হোৱাৰ লগে লগে হেজাৰ জনতাই তেওঁ সাদৰণি জনালে—এই সাদৰণি কাৰ্য্যত বিহাৰৰ পৰ্দ্দাশীলা ৰমণী সকলেও যোগদান দিয়া এটা বিশেষ উল্লেখযোগ্য ঘটনা। বিনোৱাজীৰ দৰ্শনত নিৰ্য্যাতিতৰ বুকুত সঞ্চাৰ হ'ল আশা—আনন্দ, উদ্দীপনা। বিনোৱা বাবাৰ দৰ্শন পাবলৈ বিহাৰৰ লোক ব্যাকুল হ'ল।

কৰ্ম্মীসকলক কৈছিল "আপোনালোকে ৪ চাৰিলাখ একৰ মাটি

সংগ্ৰহ কৰিবলৈ সকল্প লৈছে। মই বিহাৰৰ মাটি সমস্যা এতিয়া সমাধান কৰিবলৈ ইচ্ছা কৰিছোঁ। ৪ চাৰিকোটি লোকেৰে সৈতে ১৭ সোতৰ খন জিলা বিহাৰত আছে। ৫০ পঞ্চাশ লাখ একৰ মই এই প্ৰদেশৰ পৰাই বিচাৰোঁ। এনেহলে বিহাৰৰ মাটিসমস্যা সমাধান হ'ব।" যেতিয়া তেওঁ ধনেশা নামে ঠাইত প্ৰথম ভূদান পায় তেতিয়া তাৰ প্ৰত্যুত্তৰত কৈছিল—

"বিহাৰখন তুৰ্থীয়াৰ দেশ। এই যজ্ঞ ইয়াতেই এতিয়া সম্পন্ন কৰা অতি প্ৰয়োজনীয়। ৪ চাৰিলাখেই প্ৰথম স্তৰ। মাটি সমস্যা সমাধানেই আমাৰ এতিয়া দৰকাৰ।"

ইয়াৰ মাজতে তেওঁ আৰু কেইবাটাও সাকয়া বক্তৃতা দিছিল। এদিন গধূলি প্ৰাৰ্থনাত কৈছিল—তীৰ্থযাত্ৰী সকলে যেনেকৈ ভগবানৰ দৰ্শনাৰ্থে তীৰ্থ ভ্ৰমণ কৰেময়ো তেনেকৈ ভূদান-তীৰ্থৰ অৰ্থে ইয়ালৈ আহিছোঁ। মোৰ সম্মুখৰ দৰ্শকবৃন্দ মোৰ মানত ভগবান।" "আমি এতিয়ালৈকে বহু লোয়াত হে অভ্যস্ত। বৰ্তমান মই আপোনালোকক দান দিবলৈহে কওঁ। দান বা পৰোপকাৰিতা আমাৰ জীৱনৰ আৱশ্যকীয় কাম। নহলে ভোগক ৰোগেহে অনুসৰণ কৰে। সেই ৰোগৰ স্বৰূপ অকল শাৰীৰিক বা মানসিকেই নহয়, সামাজিকো। সেই কাৰণে স্নেহৰ ওপৰত ভিত্তি কৰি মই এক বিদ্ৰোহ আপোনালোকৰ অন্তৰত সৃষ্টি কৰিবলৈ বিচাৰিছোঁ।"

ইয়াৰ পাছত ১৮ চেপ্তেম্বৰ তাৰিখে ধামাৰা নামে এখন ঠাইৰ

এখন সভাত কয়—"মই বিহাৰৰ পৰা প্ৰথম কিস্তি হিচাবে ৪ চাৰিলাখ একৰ মাটি বিচাৰিছোঁ। মোৰ সেই দাবী ৰখিছে। কিন্তু সিমান খিনিয়েও মোক সন্তোষ দিব পৰা নাই। মই বহুত দুৰলৈ অগ্ৰসৰ হৈছোঁ। মই ইয়াত থকা কালতেই বিহাৰৰ মাটি সমস্যা সমাধান হোৱাটো হাবিয়াহ কৰিছোঁ। মোৰ এই উদ্দেশ্য কেতিয়া পূৰ্ণ হব—যদি মই সমগ্ৰ দেশ পৰিভ্ৰমণ কৰি মাথো কেই বিঘামান মাটিহে পাবলৈ সক্ষম হওঁ। আমি যদি হিতকাৰী কাম এখন ৰাজ্যতে ভালদৰে কৰিব পাৰোঁ, তেন্তে ই সমগ্ৰ দেশতে সহজে সমস্যা সমাধান কৰিব পাৰিব। আমাৰ পূৰ্ব্বপুৰুষ সকলে কৈছে—"একমন হলে কৰ্ম্ম, সকলোৰে বশ মানিব। সেয়ে মই অনুভৱ কৰোঁ যে আপোনা-লোকে যদি তেনে ইচ্ছা কৰে আৰু মোৰ লগত সহযোগিতা কৰে তেন্তে বিহাৰৰ বিপন্ন কৃতকাৰ্য্যতাৰে সমাধান কৰিবলৈ মই অগ্ৰসৰ হম।

ব্যৱসায়ী, বেপাৰ, মন্ত্ৰীমণ্ডলী আইনকৰ্ত্তা, সকলো দল আৰু দায়িত্বশীল মহলৰ পৰা প্ৰথমে মই মাটি দাবী কৰোঁ। তেওঁলোকৰ ⅙ ভাগ মাটি মোক প্ৰথমে দি মোৰ কাৰ্য্যৰ আৰম্ভণি কৰি দিয়ক। তেতিয়াহে কেনেদৰে আৰহাৱা সলনি হৈ যাব তেওঁলোকে দেখিবলৈ পাব।"

মই মাটি সমস্যা সমাধান কৰিবলৈ লৈছোঁ। অহিংস পন্থাৰে এই কাম কৰাটোৱেই অতি আৱশ্যক।

যদি আমি স্নেহ আৰু প্ৰেমৰ দ্বাৰা মাটি সমস্যা সমাধান কৰিব পাৰোঁ তেন্তে ই অহিংস আন্দোলনলৈ পৰিণত হ'ব। অৰ্থনৈতিক বিপ্লৱ যদি অহিংসাৰে লাভ কৰিব নোৱাৰে তেন্তে ইয়াৰ ব্যতিৰেকে কিহেৰে লাভ হ'ব? অহিংসাৰ ওপৰত মোৰ গভীৰ বিশ্বাস আছে। ভাৰতবৰ্ষতেই প্ৰথমে আবিষ্কৃত হোৱা যি অহিংসা সকলোৱে প্ৰায় বিস্মৃত হৈছেহঁক, গান্ধীজীক খুঁজি যি সেই অহিংসাৰ পিনে আগবাঢ়ি আহক।

জয় অহিংসা, জয় বিহাৰ, "জয় হিন্দ!!!"

বিনোৱাজী চাহাবাদত ১ অক্টোবৰ তাৰিখলৈকে থাকিল। ইয়াৰ পাছত পাটনাত ৪ চাৰিদিন থাকি অক্টোবৰৰ ৬ তাৰিখে চাৰাণ জিলাৰ সদৰ ঠাই ছপৰালৈ আহে। ১৫ দিন চাৰাণ জিলাত থাকি পুনৰ তেওঁ পাটনালৈ আহে। পাটনাত তিনিদিন সময় থাকে। মনে প্ৰাণে বিনোৱাজীয়ে চিন্তা কৰিবলৈ ধৰিলে কিদৰে বিহাৰৰ মাটি-সমস্যা সমাধান কৰা যায়। তেওঁ ইয়াত এতিয়ালৈকে যি মাটি সংগ্ৰহ কৰিব পাৰিলে তাত তেওঁ সন্তুষ্ট নহ'ল। ২৩ তাৰিখে পাটনাত তেওঁ এই মহৎ প্ৰতিজ্ঞা কৰি ক'লে—"যেতিয়ালৈকে বিহাৰৰ মাটিসমস্যা সমাধান নহ'ব তেতিয়ালৈকে বিহাৰ মই ত্যাগ নকৰোঁ।" ইয়াৰ পাছতেই তেওঁ বাইজৰ আগত 'সম্পত্তি দান' যজ্ঞৰ পৰামৰ্শ দাঙি ধৰি কয়, "ভূদানৰ কাম যি ভাবে অগ্ৰসৰ হৈছে তাৰ পৰা স্পষ্ট বুজা যায় যে যেতিয়ালৈকে আমি আৰু আগবাঢ়ি ধন

সম্পত্তি বিবিচাৰোঁ, তেতিয়াহেলেকে এই আন্দোলনত নিহিত হৈ থকা আদৰ্শ সফল হৈ উঠিব। আৰু ইয়াকে উপলব্ধি কৰি মই বাইজৰ পৰা ধন-সম্পত্তিৰ অংশ বিচাৰিবলৈ স্থিৰ কৰিছোঁ। সম্পত্তিৰ ⅙ ভাগ দাবী কৰি মই আগবাঢ়িছো। কিন্তু বাইজে মোক কি দিব পাৰে আৰু কি দিবলৈ স্থিৰ কৰে ই বাইজৰ ওপৰতে নিৰ্ভৰ কৰে। জনহিতকৰ কামৰ কাৰণে যেনেকৈ সাধাৰণতে ধনৰ পুঁজি সংগ্ৰহ অৰ্থে ট্ৰাষ্ট স্থাপিত হয় তেনে ট্ৰাষ্টৰ সৃষ্টি কৰা মই বিবেচনা নকৰোঁ। সম্পত্তিদান আৰু যি বিলাক পুঁজি নানান কাৰণত মাজে মাজে তোলা হয় ইয়াৰ মাজত বহুত পাৰ্থক্যও আছে। আমাৰ কিছু অংশ বহুবৰ পাছত বহুৰ দানদি বোৱাই হৈছে সম্পত্তিদান। অৰ্থ দাতাৰ লগত জমা থকাটো সেই কাৰণে মই বিবেচনা কৰিছোঁ। কিন্তু আমি যেনেকৈ ইচ্ছা কৰোঁ তেনেকৈ তেওঁ উক্ত অৰ্থ খটাব লাগিব আৰু বছৰেকত হিচাব দাখিল কৰিব।"

২৫ অক্টোবৰ দিনা বিহাৰ ষ্টেট কংগ্ৰেছে গভীৰ ভাবে এই আন্দোলনৰ বিষয়ে চিন্তা কৰি এই বাণী পাঠ কৰিলে—

"বিহাৰ ৰাজ্যৰ কংগ্ৰেছ কমিটিয়ে ঋষি বিনোৱাক ভূদান যজ্ঞৰ কাৰণে হিয়াভৰা শ্ৰদ্ধা জ্ঞাপন কৰিছে। আৰু বিহাৰবাসীৰ নিজৰে সৌভাগ্য বুলি ভাবিছে। সকলো বিলাক ষ্টেটৰ ভিতৰত বিহাৰতেই প্ৰথমে বিনোৱাজীয়ে মাটিসমস্যা সম্পূৰ্ণ সমাধানৰ কাম বাচি ললে।"

অতি অলপ সময়ৰ ভিতৰতে ১৯৫৩ চনৰ ২৮ ফেব্ৰুৱাৰীৰ

দিশাটোকে কমিটিয়ে ৪ চাৰি লাখ একৰ মাটি ভূদানৰ জৰিয়তে সংগ্ৰহ কৰিবলৈ প্ৰস্তাৱ লয়।

ওপৰত উল্লেখ কৰা নিৰ্দিষ্ট সময়ৰ ভিতৰত নিজৰ নিজৰ প্ৰত্যেকৰ অংশ সম্পূৰ্ণ কৰিবলৈ কমিটিয়ে সকলো কংগ্ৰেছ কৰ্মীক আৰু কংগ্ৰেছৰ ব্যৱস্থাপক দলক জনালে। এই কামত কৃতকাৰ্য্যতা লভিবলৈ কমিটিয়ে, কংগ্ৰেছ কৰ্মীসকলে অতি সোনকালে মাটি ১/৬ ভাগ দান দিয়া আৰু সঁজুলি সংগ্ৰহ কৰাটো উচিত বুলি ভাবিলে।

সকলো অনুষ্ঠানৰ সকলো দলৰ সকলো পাৰ্টিৰ আৰু এই কামত বাপ থকা সকলো কৰ্মীৰে সহযোগিতা পাবলৈ কমিটিয়ে আশা কৰে।

কমিটিয়ে কাৰ্য্য কৰি সমিতিৰ এই বিষয়ে প্ৰকৃত আকাৰ দিবলৈ ক্ষমতা প্ৰদান কৰিলে। "২৮ অক্টোবৰৰ দিনা এটা বিশেষ উদ্দেশ্যলৈ বিনোবাজী গয়া জিলাৰ জাহানাবাদত প্ৰবেশ কৰিলে। ইয়াৰ পাচত তেওঁ গভীৰ চিন্তা কৰি ভগবান বুদ্ধৰ পবিত্ৰ বাজ্যখনৰ পৰা একলাখ একৰ মাটি দাবী কৰিলে। ক্ষিপ্ৰগতিৰে কাম কৰিবৰ কাৰণে বিনোবাজীয়ে শ্ৰীদামোদৰ দাস মুণ্ডাক ভাৰ দি তেওঁ নবেম্বৰৰ ১২ তাৰিখে পালামৌ জিলাত উপনীত হয়। তাতেই ২২ নবেম্বৰৰ দিনা ৪৭০ দানপত্ৰ লাভ কৰি বাঁচিলৈ আহে। ইয়াৰ পাছত যথাক্ৰমে তিৰিলা জিলাহৈ ডিচেম্বৰৰ তিনি তাৰিখে সিংহভূম জিলাত উপনীত হয়। ইয়াত তেওঁ অসুস্থ হোৱাত গৰুৰ গাড়ীৰে মানভূম জিলাৰ কেন্দাৰবেৰাত আৰু ইয়াৰ পাছত চাণ্ডিলত উপনীত হয়গৈ। ইয়াৰ

পাছত তেওঁৰ শৰীৰৰ অৱস্থা আৰু শোচনীয় হোৱাত মাৰ্চ্চ মাহৰ প্ৰথম সপ্তাহলৈকে চাণ্ডিলত থকা টোৱেই বিবেচনা কৰে। মাৰ্চ্চৰ ৭, ৮, আৰু ৯ তাৰিখে সৰ্ব্বোদয় সমাজৰ পঞ্চম অধিবেশন চাণ্ডিলতেই বহাৰ ব্যৱস্থা হৈছিল। ৫২ চনৰ মে মাহৰ পৰা ৫৩ চনৰ এপ্ৰিল মাহলৈকে বিনোবাজীয়ে দেশত মুঠতে ১১,৫৩৩৫৬ একৰ মাটি সংগ্ৰহ কৰিছিল। বিহাৰত মাটিৰ নিৰ্দ্দিষ্ট পৰিমাণ ৪ চাৰিলাখ একৰ। কিন্তু বিনোবাজীয়ে অতি সহজেই ৩২ লাখ একৰ মাটি সংগ্ৰহ কৰিলে।

ছচিয়েলিষ্ট পাৰ্টিৰ নেতা শ্ৰীজয়প্ৰকাশ নাৰায়ণে ঘোষণা কৰিলে যে তেওঁ যি যিমি সময় পাব সেই সময় খিনি ভূদান অৰ্থে ব্যয় কৰিব। তেওঁ উক্ত পাৰ্টিৰ এজন প্ৰধান নায়ক হলেও মহৎ কামত আত্মোসৰ্গ কৰিবলৈ কুণ্ঠাবোধ নকৰিলে। ৰামগড়ৰ ৰজাই বিনোবাজীক ১ লাখ একৰ মাটি দিবলৈ প্ৰতিশ্ৰুতি দিয়ে।

৬ ছয় মাৰ্চ্চৰ দিনা চাণ্ডিলত সৰ্ব্বোদয় সম্মিলন বহে। ইয়াৰ দুটা প্ৰস্তাৱৰ ভিতৰত এটা আছিল ভূদান, আনটো গ্ৰামৰাজ গঠনৰ সম্পৰ্কে। প্ৰথম প্ৰস্তাৱটোৰ অকল যোৱা বাৰৰ কথাকে পুনৰুক্তি কৰি ৫৪ চনৰ এপ্ৰিল মাহৰ ভিতৰতে ২৫ লাখ একৰ মাটি সংগ্ৰহ কৰাতে আবদ্ধ নেথাকি মুকলি ভাবে কৰ্ম্মোন্নতি আৰু সম্পূৰ্ণ সমতাৰ এখন সমাজ স্থাপন কৰিবলৈ আৰু ৫৭ চনৰ পূৰ্ব্বে ৫ কোটি একৰ মাটি লাভ কৰিবলৈ প্ৰস্তাৱ গ্ৰহণ কৰে। এই আন্দোলনত যোগ

দিবলৈ দেশৰ ডেকা-গাভৰুক সন্মিলনে আহ্বান জনায়। আৰু সন্মিলনত কয় যে গ্ৰামৰাজ স্থাপনৰ জৰিয়তেহে এখন শুদ্ধ সৰ্ব্বোদয় সমাজ গঢ়ি উঠিব পাৰে! এই উদ্দেশ্যে ৰাজনৈতিক অৰ্থনৈতিক ক্ষমতাৰ বিকেন্দ্ৰিকৰণৰ অতি আৱশ্যক হৈছে বুলিও সন্মিলনত কোৱা হয়।

এই সন্মিলনত শ্ৰীজয়প্ৰকাশ নাৰায়ণেও এটি সাৰুৱা বক্তৃতা দিছিল। এই চাণ্ডিলৰ উদ্বোধনী ভাষণত বিনোবাজীয়ে কৈছিল—"আমাৰ মাথোঁ সেহৰ কাম কৰাই উদ্দেশ্য নহয়। আমি এখন চেনেহেৰে ভৰপূৰ হৈ থকা ৰাজ্যও সৃষ্টি কৰিবলৈ বিচাৰিছোঁ। শঠতাৰ ৰাজ্যতো সেহ বিৰাজ কৰে। আহাৰৰ লগত অকণমান নিমখে যেনেকৈ কচিজ্ঞান বৰ্দ্ধিত কৰে তেনেকৈ দয়াই কাৰ্য্যৰ মৰ্য্যদাহে বঢ়ায়। এনে ধৰণৰ দয়াই হিংসা প্ৰবৃত্তিৰ ওপৰত মাথোঁ সুগন্ধ ছটিয়াই দিয়ে কিন্তু ই যুদ্ধৰ অৱসান ঘটাব নোৱাৰে। গতিকে আমি বৃহত্তৰ দৃষ্টিভঙ্গি অৱলম্বন কৰা উচিত। আৰু যিবিলাক কেৱলমাত্ৰ সেৱাত হে গঠনমূলক সেৱাকাৰ্য্য তেনেকামৰ পৰা বিৰত থকা উচিত। সেই কাৰণে মই জনশক্তি সৃষ্টি কৰিবলৈ বিচাৰিছোঁ। এক শক্তি, যি শক্তিয়ে অত্যাচাৰৰ বিৰোধিতা কৰিব আৰু ৰাষ্ট্ৰীয় কৰ্তৃপক্ষৰ পৰা বেলেগ হ'ব। আমাৰ কাম দুটা ভিত্তিত অগ্ৰসৰ হ'ব লাগে। এটা 'বিচাৰশাসন' বা মানুহক এই বিষয়ে গভীৰভাবে চিন্তা কৰিবলৈ দি শান্তিপূৰ্ণভাবে মানসিক পৰিবৰ্ত্তন কৰা। আৰু

আচাৰ্য্য বিনোৱা ভাবে

আমটো 'কৰ্তৃত্ব-বিভাজন' অৰ্থাৎ কোনো শাসন কাৰ্য্যৰ কৰ্তৃত্ব নগৰাকৈ ব্যক্তিৰ মাজত কাম ভাগ কৰি দিয়া।

আমাৰ উদ্দেশ্য আনলোকক বুজাবলৈ প্ৰস্তুত হোৱা আৰু আনৰ মনোভাৱ আমি বুজি পোৱাৰ মানেই হৈছে 'বিচাৰ-শাসন'। আমাৰ দৃষ্টিভঙ্গীৰ বিষয়ে আমি আনক জোৰ জুলুম কৰিব নোৱাৰোঁ। তেওঁলোকক বেছিকৈ আমাৰ দৃষ্টিভঙ্গী নিৰ্ভুল বুলি বুজিব দিয়াহে বৰং ভালকৈ বুজোৱা ভাল।

কৰ্তৃত্ব বিভাজন বা ব্যক্তিৰ মাজত কাম ভগাই দিয়াই হৈছে আমাৰ কাৰ্য্যৰ আন এটা পদ্ধতি। কাম কৰিবৰ কাৰণে নাইবা কাৰ্য্য নিৰ্ব্বাহ কৰিবৰ বাবে কোনো ক্ষমতা কেন্দ্ৰীভূত হ'ব নেলাগিব।

নিৰ্ভৰশীলতা বা শাহবলৰ যোগেদি স্বতন্ত্ৰতা পোৱাৰ উপায় হৈছে ভগবানৰ সৃষ্টিৰ সম্বন্ধে অবলম্বন কৰা ৰীতিৰ দৰে এক ৰীতি। তেওঁ এই ৰীতিত ইমানেই বিলীন হৈ আছে যে আমাৰ কোনো কোনোৱে তেওঁৰ অস্তিত্বৰ বিষয়ে সন্দেহ কৰে। সেই একেধৰণেৰে এখন ৰাজ্য আমি গঠন কৰিবলৈ বিচাৰিছোঁ যাৰ অস্তিত্বক আনে উপলব্ধি কৰিব নোৱাৰিব। অহিংসাৰ এখন ৰাজ্য সৃষ্টি কৰাত মাথো আমাৰ ইচ্ছা থাকিব লাগিব। আৰু এই ইচ্ছাকেই অবলম্বন কৰি আমি গাওঁবোৰক নিজ নিজ কাম কৰিবলৈ ক্ষমতা দিব লাগিব যাতে এই গাওঁবিলাক এখন গণতন্ত্ৰলৈ ৰূপান্তৰিত হয়।" এই

উদ্দেশ্য লাভ কৰিবলৈ বিনোৱাজীয়ে চাৰিভাজ থোৱা, কাৰ্য্যতালিকা এখন আগবঢ়ায় (১) বিভিন্ন সংস্থাপন একে অংশত ভুক্ত কৰা, (২) পাঁচকোৰ একৰ মাটি ১৯৫৭ চনৰ ভিতৰত ভূদান যজ্ঞৰ কাৰণে সংগ্ৰহ কৰা, (৩) দানযজ্ঞ, (৪) সূতা দান।

তেওঁ ইয়াৰ পাছত মানভূম জিলাত এসপ্তাহ কাল আছিল। ২৫ মাৰ্চ্চৰ দিনা হাজাৰিবাগ জিলা হৈ ১৩ তাৰিখে গয়াত প্ৰবেশ কৰি ২৯ তাৰিখে পালামৌলৈ আহে। তেওঁ ইয়াত তেলাগঞ্জৰ ওচৰৰ বাকাত বাহৰ কৰিছিল। ইয়াত বিনোৱাজীয়ে ১ লাখ ২ হেজাৰ ১ একৰ মাটি ৰাজাৰ বজাৰ পৰা দান পায়।

ইয়াৰ পাছত তেওঁ ১৫ দিনৰ কাৰণে ৰাঁচি লৈ আহে। ১৪ জুনৰ দিনা নেটাৰহাটলৈ আহে। ইয়াতেই পালকোটৰ ৰজাৰ পৰা ৪৪৫০০ লাখ একৰ মাটি দান পায়। ইয়াৰ উপৰিও ৰাঁচিজিলা ভূদান কমিটিৰ তৰফৰ পৰা ৪৫,১৩২ লাখ একৰ মাটি দান তেওঁ লাভ কৰে। ১৫ তাৰিখে যিখন প্ৰাৰ্থনা সভা বহিছিল তাত তেওঁ ১৪০১ দাতাৰ পৰা ৬৩২ একৰ মাটি দান পায়।

১৬ জুনৰ দিনা তেওঁ বিষ্ণুপুৰলৈ আহে। ইয়াত তেওঁ এটা নতুন ধৰণৰ কামৰ পাতনি মেলে। গাঁৱৰ পৰা কিছুমান কোৰ বিচাৰি আনি তেওঁ তেওঁৰ কিছুমান সঙ্গীৰে সৈতে প্ৰায় আধামাইল শুকান মাটি কাটে। অৱশ্যে গাঁৱৰ অধিবাসী কোনো কোনোৱে সহায় কৰিছিল।

বিনোৱাজীয়ে প্ৰায় ১৭ মিনিট কাল মাটি কাটিছিল। তেওঁ প্ৰত্যেক দিনে দৈহিক পৰিশ্ৰমৰ সময়ৰ পৰিমাণ বঢ়াইছিল। বৰঘুণ বতৰৰ বাহিৰে তেওঁৰ কাৰ্য্যতালিকাৰ সলনি নহৈছিল।

বিহাৰৰ প্ৰায় ১৫ পোন্ধৰখন জিলাৰ পৰা জুলাইৰ ২, ৩, ৪. তাৰিখে ৰাঁচিত সমবেত হৈছিল ভূদান যজ্ঞৰ কৰ্ম্মী সকল। ইয়াত বিনোৱাজী এসপ্তাহ আছিল। বিনোৱাজীয়ে কৰ্ম্মীসকলক ভিতকৰা ঠাইলৈ লৈ গৈ তেওঁ ৮ আঠ লাখ একৰ মাটিৰ দানপত্ৰ কৰে আৰু সাকমা ৩২ লাখ একৰ মাটি বিচাৰি অধিবাসী সকলক দাবী জনালে। জুন মাহৰ ভিতৰতে প্ৰায় ৪৭০০০ হেজাৰ দানপত্ৰ পাইছিল। ইয়াৰ পাছত বিনোৱাজী হাজাৰিবাগলৈ আহে আৰু জুলাই মাহৰ শেষলৈকে ৭,০১৪৯৭৭৫ একৰ মাটি সংগ্ৰহ হয়।

তেওঁ এইবাৰ তৃতীয় বাৰৰ কাৰণে গয়াজিলাত প্ৰবেশ কৰে। তেওঁ তিনিদিন গয়াত থাকে। বুদ্ধগয়াত তেওঁ কৃষক সকলৰ এটা সমস্যা সমাধান কৰে। মাটিৰ মালিক সকলে খেতিয়ক সকলক মাটি এৰি দিবলৈ আদেশ দিছিল। বিনোৱাজীয়ে মাটিৰ মালিক সকলক কয় যে খেতিয়ক সকলে চহোৱা মাটি উক্ত খেতিয়ক সকলক দান দিয়া উচিত। যেতিয়া বিনোৱাজীয়ে উক্ত মাটি পালে তেওঁ এই মাটি খেতিয়ক সকলক ভাগ কৰি দিলে।

উত্তৰ প্ৰদেশত থকা কালছোৱাত যেতিয়া জানিব পাৰিলে যে মাটিৰ মালিক সকলে খেতিয়ক সকলক ইচ্ছা কৰিলে উঠাই দিব পাৰে তেতিয়া তেওঁ খেতিয়ক সকলক উক্ত মাটি এৰি নিদিবলৈ কৈছিল। লগতে এই বিষয়ে চৰকাৰৰো দৃষ্টি আকৰ্ষণ কৰিছিল।

'৫৩ চনৰ ৯ আগষ্ট তাৰিখে গয়া জিলাৰ হুলাচগঞ্জত গধূলি প্ৰাৰ্থনা সভাত তেওঁ এই বাণী দিছিল—"স্বৰাজ যজ্ঞৰ মন্ত্ৰ প্ৰথমতে ১৯০৬ চনত দাদাভাই নওৰজিয়ে উচ্চাৰণ কৰিছিল আৰু এই মন্ত্ৰই আমাক প্ৰেৰণা দিলে। অৱশেষত এই মন্ত্ৰতে অনুপ্ৰাণিত হৈ ভাৰতবাসীয়ে স্বাধীনতা লভিলে।" আগষ্টৰ ১০ তাৰিখৰ পৰা ২০ তাৰিখলৈকে বিনোৱাজীয়ে পাটনাৰ নানান ঠাইত ঘূৰে আৰু ২২ তাৰিখে মুঙ্গেৰলৈ আহে। সেই সময়ত বাৰিষাৰ ৰবমুণ। তেওঁৰ বতৰলৈ মন কান্ কৰিবৰ অৱকাশ নাছিল।

ইয়াৰ খাদীগ্ৰাম নামৰ উপনিবেশ খনত তেওঁ দুদিন থাকে। সৰ্ব্ব সেৱা সঙ্ঘৰ এখন সভাও এই দুদিনৰ ভিতৰতে হয়।

নানান ঠাইৰ ভূদান কমিটিৰ সভ্যসকলো বিভিন্ন বিষয়ে আলোচনা অৰ্থে তালৈ আহিছিল। তেওঁলোকৰ উদ্দেশ্য আছিল চাণ্ডিল সন্মিলনৰ পাছত তেওঁলোকৰ কাৰ্য্য কিমান দূৰ আগবাঢ়িছে তাকে পৰীক্ষা কৰা। এই উৎসাহী কৰ্ম্মীসকলে নিচেই কম সময়ৰ ভিতৰতে আৰু কম আয়াসত ২০,৬৬৮০৮ একৰ মাটি সংগ্ৰহ কৰিবলৈ সমৰ্থ হোৱাত বিনোৱাজীয়ে তেওঁবিলাকক ধন্যবাদ দিয়ে। লগতে

শ্রম-শক্তিক অধিক মৰ্য্যাদা দিবলৈ তেওঁ তেওঁবিলাকক কৈছিল। ইয়াৰ এবছৰৰ পাছত অৰ্থাৎ ১৯৫৩ চনৰ ১৪ চেপ্তেম্বৰৰ দিনা বিনোৱাজী পুনৰ বিহাৰৰ মুঙ্গেৰ জিলাত প্ৰৱেশ কৰে।

তেওঁ ইয়াত এঠাইত কৈছিল যে "বৰ্ত্তমান সময় হৈছে সাম্য ভক্তিৰ যুগ।

ৰজা মহাৰাজাৰ যুগ পাৰ হৈ গ'ল। তেনেকৈ জমিদাৰ সকলৰ দিনো উকলিল। বৰ্ত্তমান যুগত ৰজা বা জমিদাৰ কোনো কামত নাহে। যাৰ বাণী হব এতিয়াৰ পৰা সৰ্ব্বশ্ৰেষ্ঠ—সেই জনতাৰেই অধিকাৰ থাকিব আজিৰ জগতখনত। পৃথিবীৰ কাৰ্য্যত জনতাৰ জাগৰণে দেখুৱায় যে যুগে বিচাৰে তেনে সমতা যেনে সমতা বস্তুৰ মাজত বৰ্ত্তমান। ভিন্ ভিন্ লোকৰ লগত হোৱা সম্বন্ধৰ দ্বাৰা গঢ়ি উঠা সমাজখন সমান স্নেহৰ ভিত্তিৰ ওপৰত স্থাপন অৱশ্যে হ'ব লাগিব।

চাকৰি নহয়—ইয়াৰ আদৰ্শ হব কমৰেড্‌শিপ।

যি সকলে সন্মান বিচাৰে সেই সকলে যে সন্মান নাপাব ইয়াৰ মানে সেইটো নহয়! গুণী জ্ঞানী সকলে নিশ্চয় প্ৰাপ্য সন্মান পাব। কিন্তু ব্যক্তিৰ লগত সম্পৰ্ক সমতাৰ দৰে হ'ব। আমি যুগৰ দাবী অনুসাৰে এখন সমাজ গঢ়িব লগীয়া হৈছে। আমি অৱশ্যে বুজি পাব লাগিব যে পুৰণি মূল্যই পুৰণি গঠনেৰে চলিব নোৱাৰে। যি মূল্য আৰু শাসনৰ কথা তুলসীদাসে তেওঁৰ ৰামায়ণত লেখিছে

আজি ই গ্ৰহণীয় নহয়। তেতিয়াৰ দিনত এজন ব্ৰাহ্মণ উত্তৰাধিকাৰী সূত্ৰে শ্ৰেষ্ঠত্ব লভিছিল। কিন্তু আজি তেওঁ সেইদৰে লাভ কৰা শ্ৰেষ্ঠতা অধিকাৰ বুলি দাবী কৰিব নোৱাৰে। আমি য'তে যেনে অৱস্থাত যাক পাওঁ - তেওঁৰ সৎ-কৰ্ম্মক হে সন্মান কৰিম। কিন্তু সকলো ক্ষেত্ৰতে সমতাই হ'ব আমাৰ প্ৰধান অৱলম্বন। যি সকলে শান্তিৰক্ষা কৰিবলৈ অক্ষম হ'ব তেওঁৰ যে অকল পৰাজয়েই হ'ব এনে নহয়—ইয়াৰ কাৰণে তেওঁ ভুগিবও লাগিব। পুৰণি দস্তুৰ অনুসৰি এজন লোক ডাঙৰ হ'ব পাৰে সি কোনো কথা নহয়। কিন্তু বৰ্ত্তমানে আমি কাম কৰা পৰিবৰ্ত্তিত সময়ত তেওঁৰ শ্ৰেষ্ঠতা বোলাবলৈ যোৱা আচৰণ সহ্য কৰা নহব !

ভূদানলৈ এই দৃষ্টিভঙ্গীৰে চাওঁক—দেখিব ই যুগৰ দাবীহে ঘোষণা কৰিছে এনে নোহোৱা হলে আমি কৰ বেচি পৰিমাণে থকা মাটিৰ মালিক সকলৰ পৰা মাটি নেপালোহেতেন। হয়তো বা বহুত ক্ষেত্ৰত আমাক খেদায় দিলেহেতেন! আৰু ইয়াৰ বাহিৰেও আমি প্ৰত্যেক দাতাৰে ওচৰত থকয়া হলোহেতেন। কিন্তু আমি এতিয়া প্ৰত্যেকৰ ওচৰলৈ গৈছো—কোনো সঙ্কোচ অনুভৱ নকৰাকৈ তেওঁবিলাকক জনাইছোঁ যে তেওঁবিলাক মাটিৰ প্ৰকৃত মালিক নহয়। আমি দঢ়াই ক'ব পাৰো যে যিমান মাটিৰ মালিক আছে সিমান দান কৰ্ম্মও আছে। আপুনি যদি ধৰ্ম্মৰ চেতনা জগাব খুজিছে অৰ্থাৎ আপুনি যি যুগৰ দাবী বুলি বুজিছে সেই দাবী কাৰ্য্যকৰী

কৰিবলৈ হ'লে লোকক নীতিমূলক কৰ্ত্তব্যবোধ দিয়ক তেতিয়া হ'লে আপোনাৰ কথাই ৰজিব আৰু মানুহে আপোনাৰ আদেশ শুনিব আৰু সেই আদেশ পালন কৰিব। যুগৰ ঠিক এই দাবীকে ভূদানে ভাঙি ধৰিছে ই মোৰ আবিষ্কাৰ নহয়। মই বিচাৰোঁ কৰ্ম্মীসকলে এই বাণীও জনতালৈ বহন কৰি লৈ যাব। তেওঁবিলাক মাথোঁ ভূ-সংগ্ৰহ কাৰ্য্যতে আবদ্ধ থাকিব নেলাগে। কৰ্ম্মী সকলে জনতাক বুজাই কব লাগে যে এই যুগ সহপ্ৰেমৰ যুগ। তেওঁবিলাকে এই বিষয়ত কৃতকাৰ্য্যতা যে লভিব ই নিশ্চিত।"

১৫ তাৰিখে মুঙ্গেৰ জিলা ত্যাগ কৰি তেওঁ চাম্বাল পৰগণা জিলা হৈ ইয়াৰ তিনিদিনৰ পাছত অৰ্থাৎ ১৮ তাৰিখে দেওঘৰলৈ আহে। ইয়াতে বিখ্যাত বৈদ্যনাথ ধাম অৱস্থিত।

১৮ তাৰিখৰ দিনা গধূলি মন্দিৰৰ পাণ্ডাই বিনোৱাজীক মন্দিৰ দৰ্শনাৰ্থে নিমন্ত্ৰণ জনালে। কিন্তু বিনোৱাজীয়ে ক'লে যে যদি হৰিজন সকলক তেওঁৰ মন্দিৰলৈ যাবলৈ অনুমতি দিয়ে তেতিয়াহে তেওঁ নিমন্ত্ৰণ গ্ৰহণ কৰিব—পাণ্ডাই এই কথাত মান্তি হ'ল।

১৯ তাৰিখে সন্ধিয়া বিনোৱাজীয়ে হৰিজন সকলক লগত লৈ মন্দিৰলৈ আহিল কিন্তু মন্দিৰ-প্ৰাঙ্গণত সোমাওঁতে নৌ সোমাওঁতেই তীৰ্থযাত্ৰী সকলৰ ওপৰত আকস্মিক ভাবে লাঠিৰ কোব পৰিল।

বিনোৱাজীক যদিও দলটোৰ লোকে আঘাত নোপোৱাকৈ ৰাখিবলৈ বিচাৰিছিল তথাপি সফল নহল—শৰীৰৰ কোনো কোনো

ঠাইত তেওঁ বিশেষ ভাবে আঘাত পালে। আক্ৰমণৰ প্ৰতিবাদ দলটোৱে নকৰিলে। নিশবদে তেওঁলোকে মন্দিৰপ্ৰাঙ্গণ ত্যাগ কৰি উভতি আহিল দলটোৰ বহুতৰেই ভীষণ ভাবে জখম হৈছিল।

তেনে অৱস্থাৰেই বিনোৱাজীয়ে ২০ তাৰিখে ভাগলপুৰ জিলাৰ পাৰদী নামে ঠাইলৈ আহিল। ৬ ছয় অক্টোবৰৰ দিনা তেওঁ ভাগলপুৰলৈ আহিল। ইয়াৰ প্ৰাৰ্থনা সভাখনত ৩০,০০০ হেজাৰ দৰ্শক উপস্থিত আছিল। বক্তৃতাত এবাৰ কৈছিল—"মই বিহাৰৰ ভূমি সমস্যা সমাধান নহয় মানে বিহাৰ প্ৰদেশ ত্যাগ নকৰিবলৈ স্থিৰ কৰিছোঁ। হয় মই মোৰ কাম মই পূৰ্ণ কৰিম নহয় মই দেহত্যাগ কৰিম।" ইয়াৰ পাছত তেওঁ পুনৰ মুঙ্গেৰ আৰু ভাগলপুৰলৈ যায়। পূৰ্ণিয়া জিলাৰ কুকচেলাত তেওঁ ৩০,০০০ হেজাৰ একৰ ভূমিৰ দানপত্ৰ পায়। দ্বাৰভাঙ্গাৰ মহাৰাজে ১,১৮,৮০০ একৰ ভূমি দান দিয়ে। ইয়াৰ উপৰিও তেওঁ ভৱিষ্যতে আৰু মাটি দিবলৈ গাত লয়। আৰু মাটিৰ গৃহস্থ সকলক ভূদান যজ্ঞত যাতে তেওঁলোকে তেওঁলোকৰ অংশ দান কৰে—এই বাণী বৈ নিবলৈ প্ৰতিশ্ৰুতি দিয়ে।

ভূদান আন্দোলন সফল কৰিবলৈ বিনোৱাজীয়ে এই কেইটা কথা কৈছিল (১) মাটিহীন ৰাইজে প্ৰলোভন বা ভয়ৰ বশ্যতা স্বীকাৰ নকৰি সংঘবদ্ধ ভাবে এজন মানুহৰ দৰে ঠিয় দিব পাৰিব লাগিব।

(২) চিগাৰেট মদ জুৱা আদি অপকাৰী বদ অভ্যাস বোৰৰ পৰা আঁতৰত থাকি স্বাস্থ্যকৰী অভ্যাস কৰিব লাগিব।

(৩) ন্যায় বিচাৰিবৰ বাবে শান্তিপূৰ্ণ ভাবে মাটিৰ মালিক সকলৰ ওচৰলৈ যাব লাগিব।

পূৰ্ণিয়া জিলাৰ পৰা খাহাৰ্চা জিলাত প্ৰবেশ কৰালৈকে বিনোৱাজীয়ে মুঠতে ৪৪,৫০০ একৰ মাটিৰ দান সংগ্ৰহ কৰে।

কৌৰী নদীৰ বানত এই জিলাখন প্ৰায়েই প্লাবিত হৈছিল— সেই কাৰণে ইয়াৰ মানুহবোৰ অতিশয় দুখীয়া আছিল। সেই বাবে তেওঁ ইয়াত বেচি দান সংগ্ৰহ কৰিব নোৱাৰিলে। ইয়াত এখন সভাত তেওঁ কৈছিল :—

"মানবৰ চাৰিওকালে আমি যি দৰিদ্ৰতা আৰু যন্ত্ৰণা দেখা পাইছো ইও মানৱৰে সৃষ্টি আৰু মানৱেই ইয়াক বন্ধ কৰিব পাৰে। কিন্তু যি নিবাৰণী উপায়ে মাথোঁ ইয়াৰ উপৰিভাগহে স্পৰ্শ কৰিছে তাৰ পৰা আমাৰ উদ্দেশ্য সাধনত একো সহায় নহব। আমি সমাজৰ আকৃতি সম্পূৰ্ণ সলনি কৰিব লাগিব।

সমাজৰ আকৃতি সলনি কৰা মানে এইটো নহয় যে মানৱ প্ৰকৃতিবিৰুদ্ধে কিবা কৰিবলৈ বিচৰিছোঁ। আমি যি কাম কৰিবলৈ বিচাৰিছোঁ প্ৰকৃততে ই একো নহয়। মানৱ-স্বভাৱ আমাৰ প্ৰকৃত স্বভাৱ, যি আমাৰ মানবৰ গঢ়ি তুলিছে—ইয়াৰ পৰিচালনাক হে আমি অনুসৰণ কৰিব লাগে। সেই কাৰণে নৈৰ সোতঁৰ অনুকূলে

গান্ধীৰ কটাৰ দৰে ই সহজ বুলি প্ৰমাণিত হৈছে কাৰণ আমি আমাৰ প্ৰকৃতিৰ অনুসৰণ কৰিম—আমি ভগবানৰ অভিপ্ৰায় পূৰ্ণ কৰিম তেওঁৱেই জগতৰ শাসনকৰ্ত্তা ইয়াতকৈ আৰু সহজ কি হ'ব পাৰে ?"

২১ ডিচেম্বৰত বিনোৱাজীয়ে শাহাবাদ জিলা এৰি দাৰভাঙ্গা জিলাত প্ৰবেশ কৰে। এই জিলাত ৩ তিনিলাখ একৰ দানপত্ৰ বিচাৰে। ইয়াৰ জনসংখ্যা প্ৰায় ৩৬ লাখ আছিল। ইয়াৰ ভিতৰত ৬ লাখ পৰিয়ালৰ ৩ লাখত কৈয়ো অধিক মাটি আছিল। ১০ তাৰিখে তেওঁ মজফৰপুৰ আৰু হাজীপুৰ হৈ পাটনা লৈ আহে। পাটনাত তিনি দিন অতিশয় গধুৰ কামত নিমগ্ন আছিল।

১১ আৰু ১২ তাৰিখে তেওঁ বাইজৰ পৰা বিচৰা পাঁচবিধ দানৰ বিষয়ে ব্যাখ্যা কৰে—(১) প্ৰেমদান অৰ্থাৎ স্নেহদান, (২) বুদ্ধিদান—অৰ্থাৎ জ্ঞানদান, (৩) শ্ৰমদান অৰ্থাৎ দৈহিক শ্ৰম দান—(৪) সম্পত্তিদান—অৰ্থ অলঙ্কাৰ আদি দান আৰু (৫) ভূদান।

পোন্ধৰ দিন পাটনাত থাকি তেওঁ চতুৰ্থবাৰৰ কাৰণে গয়াজিলাত প্ৰবেশ কৰে। গয়াজিলাৰ কিনকাৰত বাহৰ সাজি আছিল। সেই দিনা আছিল বাপুজিৰ মৃত্যুদিৱস—তেওঁ এই উদ্দেশ্যে কৈছিল—"আজি মই গয়াজিলাত পুনৰ প্ৰৱেশ কৰিছোঁ। যি সকলে মোক আদৰি মালা দিব খুজিছে—মই তেওঁ বিলাকক হে মালা দিব খোজোঁ। —কাৰণ তেওঁলোকে বিপ্লৱৰ পতকা তুলি লৈ কৈছে—হয় তেওঁলোকে

এই কাম কৰিব নহয়—বাপুৱে কোৱাৰ দৰে মৃত্যু আলিঙ্গন কৰিব। আজি বাপুৰ মৃত্যুদিবস। তেওঁ আমাক কৰিম নহয়—মৰিম এই মন্ত্র শিকাই থৈ গৈছে—তেওঁ এই কাম হাতে কামে কৰি আমাক দৃষ্টান্তও দি গ'ল—দেশবাসীৰ সেৱা তেওঁ জীৱনৰ শেহ-মুহূৰ্ত্তলৈকে কৰিলে। তেওঁৰ কামত নিজ স্বাৰ্থ বা হুতাহ নাছিল। ভগবানৰ প্ৰতি জলন্ত বিশ্বাস ৰাখি মুখত ৰাম নাম লৈ বাপুজী প্ৰাৰ্থনা সভালৈ অগ্ৰসৰ হৈছিল—বহিৰলৈ নোপোৱাকৈয়ে চিৰদিনৰ কাৰণে তেওঁ গুচি গ'ল—এই ঘটনাৰ ৬ ছয়বছৰ অতীত হ'ল। যি সকলে তেওঁৰ প্ৰগাঢ় স্নেহ পাইছিল—সেই সকলে তেওঁৰ নাম লয়। আমি এতিয়া বিচাৰত আছোঁ। বিচাৰৰ ফল নাজানো। ইয়াত এনে কিছুমান কথা আছে—যে তাক ভাষাৰ দ্বাৰা প্ৰকাশ কৰা নেজায়। মই যে গয়া জিলালৈ চতুৰ্থ বাৰৰ কাৰণে প্ৰবেশ কৰিছোঁ ইয়াকে মই মাথোঁ দঢ়াই কৈছোঁ। ঈশ্বৰৰ নামত মই এটা প্ৰতিজ্ঞা লৈছোঁ। সেই প্ৰতিজ্ঞা হৈছে যেতিয়ালৈকে ভূদান কাৰ্য্য এই জিলাত সম্পূৰ্ণ নহব তেতিয়ালৈকে এই জিলা ত্যাগ কৰা নহ'ব। ই এটা ভয়ঙ্কৰ সমস্যা। এই দায়িত্ব আমাৰ কৰ্ম্মীসকলৰ বুলি মই বুজাবলৈ বিচাৰোঁ। তেওঁলোক বিভিন্ন দলৰ বা একেদলৰ হ'ব পাৰে—কিন্তু তেওঁলোকে শ্ৰম কৰিলে ই এসাহৰ বেচি সময় নলব। এই কাম যিমান দেৰী হয় সেই বিষয়ে মই উদ্বিগ্ন নহওঁ। ধেমালিকৈয়ে মই আজি কৈছোঁ ধৰক মই এই কাম কৰি থাকোঁতে ইয়াত শেষ নিশ্বাস পেলালো—

একো বেয়া কথা নহ'ব—বৰং গয়া এখন শ্ৰাদ্ধৰ ঠাই—ইয়াত সকলো সুবিধা আছে। মোৰ কাৰণে যত প্ৰতিজ্ঞা পূৰণ কৰা যায় সেই খনেই হে শ্ৰাদ্ধভূমি। মাথোঁ এইখন ঠাইৰ হে কোনো নিৰ্দ্দিষ্ট পবিত্ৰতা আছে—অন্য ঠাইৰ নাই—এই কথা মই বিশ্বাস নকৰোঁ। তথাপি ইয়াত ধাৰণা আছে—কাৰণ আমি সকলো ভাৰতীয়। মোৰ হৃদয়ত শান্তি থকা নথকা লৈ প্ৰশ্ন নাই—মই সকলো কালৰ পৰা শান্তি পাইছোঁ। মোৰ এই কামে কৃতকাৰ্য্যতা লভিব পাৰে—বা মোৰ মৃত্যুও হব পাৰে। মোৰ দুয়োটাতে শান্তি আছে—আৰু দুয়োটাৰে কাৰণে মই প্ৰস্তুত আছোঁ। মই কওঁ যে প্ৰত্যেকেই এই যজ্ঞত ত্যাগ স্বীকাৰ কৰিব লাগিব। কাৰণ আমি এই যজ্ঞত ধিউ সংযোগ কৰিব নেলাগে। লাগিব আমাৰ নিজ স্বাৰ্থ আসক্তি, লোভ আৰু মোহ। আৰু এ কাৰণে প্ৰত্যেকেই যজ্ঞত আহুতি দিব লাগিব।

মোৰ এই বাণী স্নেহৰ। আজি আমাৰ পবিত্ৰ দিন। একাদশীৰ জোনটো আকাশত আছে। এহ সাক্ষী ৰাখি মই কৈছোঁ। মই বাঞ্ছা কৰোঁ গাৱঁত এনে দুৰ্ভগীয়া থাকিব নেলাগে যি তেওঁৰ অংশৰ ⅙ অংশ যজ্ঞত দান নিদিব।

য'ত যজ্ঞৰ কৰ্ত্তা শ্ৰীকৃষ্ণ আৰু ধনুৰ্দ্ধাৰী পাৰ্থ বিৰাজমান—মই ভাবোঁ তাতেই সৌভাগ্য, বিজয় মঙ্গল আৰু নৈতিকতা উদয় হ'ব" এইদৰে শ্ৰীসৰ্ব্বপল্লী ৰাধাকৃষ্ণানে কৈছে। বিনোৱাজীৰ আহ্বানে

দেশৰ নৰ-নাৰীৰ অন্তৰত সমানে আবেগৰ সৃষ্টি কৰিলে। সেই কাৰণেই এদল মহিলা-কৰ্মী বিনোৱাজীৰ ভূদান যজ্ঞৰ সহায়কাৰী হিচাবে আগবাঢ়ি আহিল। কোনো কোনো মহিলা বিনোৱাজীৰ লগত যায়। কোনো কোনোৱে গাঁৱে ভূঞে ভূদান যজ্ঞৰ উপকাৰিতা সম্পৰ্কে প্ৰচাৰ কৰি ঘূৰে। এই মহিলা কৰ্মীবৃন্দাক "বেন" বুলিছিল বিনোৱাজীৰ এগৰাকী উগ্ৰকৰ্মী শ্ৰীমতী জানকী দেৱী বাজাজে ৫৩ চনৰ ১১ চেপ্তেম্বৰৰ দিনা ১০৮টা পানীৰ কুৱা পিছৰ ২ অক্টোবৰ গান্ধীজীৰ জন্মদিবসলৈকে সংগ্ৰহ কৰিবলৈ সংকল্প কৰে। অদম্যনীয় উৎসাহেৰে তেওঁ তেওঁৰ কাম কৰি যায়। প্ৰায় ৮০ তোলা সোনৰ অলঙ্কাৰো তেওঁ জনতাৰ পৰা দান পায়। এখন গাৱঁত এজন বৰ দপী আৰু কঠুৱা জমিদাৰ আছিল। এদিন এগৰাকী বেন তেওঁৰ ভৱনলৈ আহিল। আগন্তুকৰ জাননী পাই যেন সুপ্ত সিংহ গৰজি উঠিল। এনেকাৰ বুকু আছে যি তেওঁৰ ঘৰলৈ আহিবলৈ সাহস কৰে? জমিদাৰৰ কানলৈ থন্তেক পাছতে এগৰাকী নাৰীৰ কোমল কণ্ঠস্বৰ আহিল—"ভাইটি দুৱাৰ খোলা—তোমাৰ ভনীয়েৰ তোমাৰ দুৱাৰ—তেওঁ ওপৰৰ বাৰান্দাৰ" পৰাই সুধিলে—"তুমি কোন?" তেওঁ ওপৰত থকা জমিদাৰলৈ চাই ক'লে "তোমাৰ ভনীয়েৰো – দুৱাৰ খোলা অনুগ্ৰহ কৰি।"

জমিদাৰ তললৈ নামি আহি বেনক কলে—"আপুনি নেজানেনে এই অঞ্চলত মোৰ ভাল নাম নাই?

"মই মোৰ ভাইটিক দেখা কৰিবলৈ আহিছোঁ—তাত মোৰ একো নাই।"

এই কোমল উত্তৰত জমিদাৰৰ হিয়া সেমেকিল। এওঁ পাচলৈ বেনৰ নম্ৰ আৰু বুজন সঙ্গী হৈছিল।

জমিদাৰে বেনক প্ৰথমে বহিবলৈ আৰু চাহ খাবলৈ কলে কিন্তু বেনে কলে "প্ৰথমে শুনা মই ইয়ালৈ কিয় আহিছোঁ ?"

তেতিয়া তেওঁ বিনোৱাজীৰ মহৎ আন্দোলনৰ কথা চমুকৈ বৰ্ণাই ভগবান আৰু গ্ৰামবাসীৰ প্ৰতি থকা কাম কৰিবলৈ তেওঁক আহ্বান কৰিলে।

জমিদাৰে বেনৰ কথা গভীৰ মনোযোগেৰে শুনি ক'লে—"আপুনি মোক যি দান দিবলৈ কয় মই ৰাজী।"

বেনে ক'লে—"তুমি মাথোঁ ⅙ অংশ দিলেই হ'ব। জমিদাৰে আনন্দমনেৰে দানপত্ৰত চহী দিলে।

বেনে ইয়াৰ পাছত জমিদাৰৰ অনুৰোধ এবাৰ নোৱাৰি চাহ খালে। বেনে কলে "তোমাৰ পৰা মই আৰু এটা কাম বিচাৰোঁ আশা কৰোঁ তুমি সম্মত হবা।"

"মোক মাথোঁ জানিবলৈ দিয়ক এই কাম কি ?"

"মই এই গাৱঁৰ আন মানুহৰ ওচৰলৈ মাটি বিচাৰি যাম—তাত তুমিও সহায় কৰিব লাগে।"

আচাৰ্য্য বিনোৱা ভাবে

ইয়াৰ পাছত জমিদাৰে বেনৰ লগে লগে গাৱঁত মাটি বিচাৰি গৃহস্থৰ দুৱাৰে দুৱাৰে ঘুৰিলে।

আলাউদ্দিনৰ চাকিৰ দৰে বিনোৱাজীৰ প্ৰভাৱ! বিনোৱাজীৰ বাণীয়ে বৈ আনিছে—শান্তিৰ বাণী—এই বাণীয়ে মানৱৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে আলাউদ্দিনৰ চাকিৰ দৰে যাদুকৰী প্ৰভাৱ—এই কথা ভাবিলেও অন্তৰত শিহৰণ জাগে।

ধনীলোকেৰে পৰিপূৰ্ণ এখন গাৱঁৰ এখন সভাত এগৰাকী বেনে বক্তৃতা দিছিল। বেনৰ বক্তৃতাৰ শেহত কোনেও দান দিবলৈ আগবাঢ়ি নাহিল। সভাখনত দৰ্শকো যথেষ্ট পৰিমাণে আছিল।

দুখ মনেৰে বেন গৰাকী বাহৰলৈ উভতি গ'ল। বাহৰত তেওঁ এই বিফলতাৰ কথাকে ভাবি থাকোঁতে এজন বৃদ্ধ লোক তেওঁৰ ওচৰলৈ আহি কলেহি।"

আইটী, মোৰ মাটিৰ ৩৯ একৰ তোমাক দিবলৈ ইচ্ছা কৰিছোঁ।"

বেনে উত্তৰ দিলে "আপুনি সভাতে এই কথা ঘোষণা নকৰি ইমান দূৰ কিয় খোজকাঢ়ি আহি কষ্ট খালে?"

"আইটী, মই প্ৰকাশ্য ঘোষণা ভাল নেপাওঁ।" বৃদ্ধই উত্তৰ দিলে। এই কথাত বেনৰ আনন্দ লাগিল। নতুন উদ্যমেৰে পুৰণি পথত বেনে খোজ পেলালে। এই গাওঁখনৰ পৰাই মহিলা কৰ্মী সকলে ৩১২ একৰ ভূমি সংগ্ৰহ কৰে।

দেশৰ এই নৱ জাগৰণে জনতাৰ মাজত হিল্লোল তুলিলে। এই

মহিলা কৰ্ম্মীদলে অন্তৰৰ প্ৰেম বিনম্ৰতা বৈ নি দেশবাসীৰ মাজত স্নেহ কৰুণাৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল।"

এই আন্দোলনত বিনোৱাজীয়ে কমিউনিষ্ট, চচিয়েলিষ্ট আৰু কংগ্ৰেছ এই সকলো দলৰে পৰা সমানে সমৰ্থন পাইছিল। আন কি কোনো কোনো ক্ষেত্ৰত কাৰ্য্যকৰী ভাবে সহায়ো কৰিছিল। এই আন্দোলন ভাৰতৰ দশোদিশে অতি সোনকালে বিয়পি পৰে। বিনোৱাজীৰ বিশ্বাসী সহকৰ্ম্মী যেনে শ্ৰীশঙ্কৰৰাও দেব শ্ৰীমতী জানকী বাই বাজাজ, দাদা ধৰ্ম্মাধিকাৰী, শ্ৰীকৃষ্ণদাস জুজু, শ্ৰীবল্লভ স্বামী, প্ৰজাপাৰ্টিৰ নায়ক শ্ৰীজয়প্ৰকাশ নাৰায়ণ, শ্ৰীৰবিশঙ্কৰ মহাৰাজ, শ্ৰীভুবনচন্দ্ৰ দাস, শ্ৰীমতী অমলপ্ৰভা দাস, শ্ৰীসুব্ৰামনিয়াম, স্বামী সীতাৰাম, শ্ৰীপঞ্চানন বসু, শ্ৰীমতী আশা দেবী আৰ্যানায়কম আদিৰ সজ চেষ্টাত অসম, বেঙ্গল, অন্ধ্ৰ, বিহাৰ, দিল্লী, গুজৰাট, হিমাচল, হায়দৰাবাদ, কৰ্ণাটক, কেৰেলা, মধ্যভাৰত, মধ্যপ্ৰদেশ, মহাৰাষ্ট্ৰ, মাইচোৰ, উৰিষ্যা, পাঞ্জাব পেপচু, ৰাজস্থান, সৌৰাষ্ট্ৰ, তামিলাও, উত্তৰ প্ৰদেশ, বিন্ধ্য প্ৰদেশত ৫২ চনৰ ডিচেম্বৰলৈকে ৪,৪৩১৭৪ একৰ আৰু ৫৪ চনৰ জানুৱাৰীলৈ ২৪,০৭,০২৩ একৰ মাটি সৰ্ব্বমুঠ সংগ্ৰহ হয়। ৫৩ চনৰ ১১ চেপ্তেম্বৰৰ দিনা বিনোৱাজীৰ জন্মদিবস উপলক্ষে ৰাষ্ট্ৰপতি ডাঃ ৰাজেন্দ্ৰ প্ৰসাদে কৈছিল—"যি সকলে ভু-দানত পোৱা মাটি লাভ কৰিছে সেই সকলে যেতিয়ালৈকে পূৰ্ণ-বসতিৰ কাৰণে আৱশ্যকীয় সহায় নেপায় তেতিয়ালৈকে আচাৰ্য্য বিনোৱাজীৰ

ভূদান যজ্ঞ সম্পূৰ্ণ নহয়। সেই কাৰণেই বিনোৱাজীয়ে সম্পত্তি দান যজ্ঞৰ পাতনি মেলিলে। খেতিৰ কাৰণে পানীয়েই নিতান্ত আৱশ্যকীয়। ইয়াৰ কাৰণে কুঁৱা আৰু পানীৰ অন্যান্য উৎস দৰকাৰ। সেই কাৰণেই তেওঁ কুঁৱাৰ কথা উল্লেখ কৰিছে। আৰু এইটো বৰ সন্তোষৰ কথা যে ৰাইজে এই আহ্বানৰ প্ৰত্যুত্তৰ দিছে। মই আশা কৰোঁ আৰু বিশ্বাস কৰোঁ এই যজ্ঞ জনপ্ৰিয় হ'ব। আৰু এই যজ্ঞই ভূদানৰ দৰেই আমাৰ জনতাক উদ্দীপনা দিব। এই যজ্ঞ পূৰ্ণ কৰাত যেন সকলোৱে সহায় কৰে মোৰ এয়ে ৰাইজলৈ মিনতি।"

পণ্ডিত জৱাহৰলাল নেহেৰুৱে এই উৎসৱ উপলক্ষে কৈছিল— "আজি আচাৰ্য্য বিনোৱাজীৰ জন্মদিবস। সেই কাৰণে তেওঁৰ 'মিচনত' কৃতকাৰ্য্যতা লভিবলৈ সহায় হেৱাকৈ আমি এই দিনটো পালন কৰিব লাগে। এইটো অকল তেওঁৰেই 'মিচন' নহয়—সমগ্ৰ দেশৰ আমাৰ প্ৰত্যেকৰ এই 'মিচন'। দেশত তেওঁৰ এই দীঘলীয়া আৰু কাঠাৰ ভ্ৰমণে আমাৰ জনতাৰ মাজত ক্ৰমে ক্ৰমে নতুন জীৱনৰ সঞ্চাৰ কৰিছে। তেওঁৰ ভূ-দানৰ প্ৰবল আহ্বানে দেশত আলোড়নৰ সৃষ্টি কৰিছে। বহুতে ইয়াক জানিছে আৰু নিজৰ ক্ষমতাৰে তেওঁলোকে তাৰ প্ৰত্যুত্তৰ দিছে। এই শুভ দিনটোত এই মহৎ কাৰ্য্যৰ কাৰণে আমি আৰু যত্ন কৰিব পাৰিম বুলি মই আশা কৰিছোঁ। এতিয়া বিনোৱাজীয়ে দেশবাসীৰ আগত এটি নতুন আদৰ্শ ডাঙি ধৰিছে। মাটিহীন খেতিয়ক সকলৰ সহায় আৰু পূৰ্ণ

বসতিৰ কাৰণে তেওঁ 'সম্পত্তি দান' বিচাৰিছো। তেওঁ বিশেষকৈ নতুন কুৱাঁ নিৰ্ম্মাণ কৰাৰ কথা উল্লেখ কৰিছে। যদি আমাৰ খেতিয়ক সকলে মাটিৰ বাহিৰে একো নেপায়—তেন্তে তেওঁলোকৰ বিশেষ একো লাভ নহ'ব। সমগ্ৰ দেশতে কুৱাঁৰ অতি প্ৰয়োজন। মই আশা কৰো প্ৰত্যেকেই বিনোৱাজীৰ নব বাণীৰ বিষয়ে ভাবি চাব। আৰু বিশেষ কৈ কুৱাঁ নিৰ্ম্মাণ কাৰ্য্যত সহায় কৰিব।"

বিনোৱাজীৰ কাম যথেষ্ট কঠোৰ আছিল। কিন্তু বিনোৱাজী নিৰুৎসাহ নহৈছিল। বৰং এঠাইত তেওঁ কৈছিল—"মোৰ প্ৰথম খোজ হৈছে ভূদান, তাৰ পাছত সম্পত্তি দান, তৃতীয় চাপত দুখীয়াৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে যি আছে সকলো মোক অৰ্পণ কৰি দৰিদ্ৰতাক আকোৱালি লবলৈ কম।" এইদৰে তেওঁ জনতাৰ শক্তি বঢ়াবলৈ যত্ন কৰিছিল।

গান্ধীজী জীয়াই থাকোঁতে সদায় চিঞৰিছিল—'গাৱঁলৈ উভতি যোৱা'। আজি বিনোৱাজীয়েও সেই একে কথাকে কৈছে।

এই উপলক্ষে বিনোৱাজীয়ে এখন সভাত কৈছিল—"আমি আজি জাতীয় পৰিকল্পনাত ব্যস্ত। আচলতে আমাৰ গাওঁ পৰিকল্পনাৰ হে প্ৰয়োজন। এই কাম কৰিবলৈ গ্ৰামবাসীয়ে নিজৰ মগজু খটোৱা উচিত।

এফালে কাম কৰিলে বিশেষ উপকাৰ নহব। যেতিয়া সমগ্ৰ দেশৰ ভিতৰুৱা কৰ্মচাৰীৰ বাব চাৰিজন বা পাঁচজন লোকৰ গাত

অৰ্পিত আছে তেওঁলোকৰ এটি সামান্ত ভুলতে গোটেই দেশে ভুগিব। কিন্তু যদি ক্ষমতা গাওঁৰ মাজত সিচৰিত হৈ পৰে তেন্তে এনে অৱস্থা হবলৈ নাপাব।

যদি এখন গাৱেঁ ভুল কৰে আনখন গাৱঁত ইয়াৰ প্ৰতিক্ৰিয়া নহয়। ক্ষমতা সেই কাৰণেই প্ৰত্যেক গাৱঁত ভগাই দিয়া উচিত। ঈশ্বৰৰ শক্তি যেনেকৈ তেওঁৰ সৃষ্টিত চাৰিও পিনে বিস্তৃত হৈ আছে—তেনেকৈ শাসন ক্ষমতাও গাৱেঁ গাৱেঁ বিস্তৃত হৈ থাকিব লাগে।

গ্ৰামৰাজ গঠনৰ কাৰণে আৱশ্যকীয় আহিলা হৈছে মাটি আৰু সকলো ধনসম্পত্তি সমাজৰ বুলি মানিব লাগিব। মাথোঁ বিষ্ণুইহে লক্ষ্মীৰ প্ৰভু হ'ব পাৰিব। কিন্তু আজি আমি নিজকে প্ৰভু বুলি ভাবিছো। ইয়াৰ দ্বাৰা ধৰ্ম্মক অস্বীকাৰো কৰিছোঁ। মই জনতাক বুজাবলৈ বিচাৰিছোঁ যে আমাৰ শৰীৰ সমাজৰ পৰা আৰু মাথোঁ সমাজৰ কাৰণে সৃষ্টি হৈছে। এইদৰে সেৱাধৰ্ম্ম আমাৰ ঋণ আৰু আমি ইয়াক পৰিশোধ কৰিব লাগে। আমাৰ শৰীৰৰ পৰা আমি বেলেগ। যেতিয়া আমি নিজৰ শৰীৰটোৰেহ গৰাকী বা প্ৰভু নহয় তেনেহলে আমি কি সাহসত মাটি বা সম্পত্তিৰ ওপৰত অধিকাৰ বিচাৰোঁ। যদি কাৰো গলাৰ ওপৰত অধিকাৰ নাই তেন্তে মাটি বা সম্পত্তিৰ ওপৰত কি দৰে অধিকাৰ থাকিব। য'ত সকলোকে সমান ভাবে সুবিধা দিয়া হ'ব আমি তেনেকুৱা এখন সমাজ গঠন কৰিব লাগিব। প্ৰত্যেক আহ্বানৰ নিজস্ব মূল্য অৱশ্যে আছে।

এটা কামক আন এটা কামতকৈ অধিক মূল্য দিয়া অন্যায়। কিন্তু কামৰ দায়িত্ব আনটো কামতকৈ যে বেলেগ এইটো মানি ল'ব লাগিব। এজন অধিক দায়িত্ব থকা লোকে আনজন কম দায়িত্ব থকা লোকতকৈ অধিক ক্ষুধা অনুভব কৰাৰ কথা যেতিয়ালৈকে নিৰ্দ্ধাৰিত কৰিব নোৱাৰি তেতিয়ালৈকে সকলোৱে সমান বেতন দিব লাগিব। কামৰ দায়িত্বৰ মাপকাঠিত বেতনৰ নিৰিখ হোৱা ভুল। এই উদ্দেশ্যেৰে উত্তোলন দণ্ড আগ বঢ়াইছো। আৰু এই কাৰণেই গাঁৱে গাঁৱে ভ্ৰমিছোঁ। এইদৰে আইন প্ৰণয়ন কৰিবলৈ কিয় মই চৰকাৰক টানি নধৰো এই বিষয়ে মোক বহুতে সোধে। প্ৰকৃততে মোৰ এই বিষয়ত ৰাপ নাই। মই বিচাৰো এখন নতুন সমাজৰ সৃষ্টিৰ জৰিয়তে চৰকাৰ নিজে নিজে বিলুপ্ত হৈ যোৱাতো। আৰু এই উদ্দেশ্যে মই মাটি সমস্যা সমাধানৰ উপায় অৱলম্বন কৰিছোঁ।"

গঠনমূলক কৰ্মীসকলে অতি ভিতৰুৱা গাঁওবোৰতো অসুবিধা নোহোৱাকৈ কাম কৰিবলৈ যাব পৰা হ'ল। ক্ৰমে ক্ৰমে গাঁওবাসীয়ে সকলো সভা সমিতিত বং মনেৰে যোগদান দি নিজৰ অস্তিত্ব জনাবলৈ আগবাঢ়ি অহা হ'ল। গ্ৰামৰাজ গঠনৰ লগে লগে বিনোৱাজীয়ে গাওঁ বিলাকত সূতা কটা, খাদি উৎপন্ন কৰা, আটা, ময়দা কৰা, ধান বনা, তেল উলিওৱা, চাবোন তৈয়াৰী কৰা, জোতা কৰা, কাগজ তৈয়াৰী কৰা, চক, কলহ আদি মাটিৰ সঁজুলি

সজা ইত্যাদি শিল্পবিলাক পুনৰ বচাবৰ কাৰণে যত্ন কৰিছিল। সাধাৰণতে গ্ৰামবাসী কুটীৰ শিল্পৰ দ্বাৰাই হে জীৱনধাৰণ কৰিছিল। আৰু ইয়াৰ দ্বাৰা গ্ৰামবাসীৰ মানও বাঢ়িছিল। আধুনিক যুগৰ যন্ত্ৰৰ বিষয়ে তেওঁ কৈছিল—

যন্ত্ৰ তিনি শ্ৰেণীৰ আছে। সময় আয়কাৰী, ধ্বংশকাৰী আৰু উৎপাদনকাৰী। সময় ৰক্ষা কৰা যেনে ৰেল, উৰাজাহাজ আদিৰ বিপক্ষে মই নহয়। যদিও দেশৰ উৎপাদনত ই যোগ নিদিয়ে তথাপি ই সময় ৰক্ষা কৰে।

খাৰ বাৰুদ আদি ধ্বংসকাৰী যন্ত্ৰ। অহিংসাৰ জগত খনত ইয়াৰ স্থান নাই। আমি নিশ্চয় ইয়াৰ প্ৰতিকুলাচাৰণ কৰিম।

উৎপাদক দুই শ্ৰেণীৰ আছে। ব্যৱহাৰ অনুযায়ী সেইবিলাক কেতিয়াবা সহায়কাৰী হয় আকৌ কেতিয়াবা অনিষ্টকাৰীও হয়। সময়, স্থান আৰু পৰিস্থিতিৰ ওপৰত ই নিৰ্ভৰ কৰে। এটা যন্ত্ৰই হয়তো এখন দেশত অনিষ্ট কৰে সেই একেটা যন্ত্ৰই আন দেশত উপকাৰ কৰে। এসময়ত যিটো যন্ত্ৰ সহায়কাৰী হ'ব সেই একেটা যন্ত্ৰই আন সময়ত অনিষ্টকাৰী হ'ব। এই দৰে অৱস্থা পৰিবৰ্ত্তন ক্ষেত্ৰটো হয়।

এই যন্ত্ৰবিলাক অপকাৰী নে উপকাৰী বিচাৰ কৰি কোনো সিদ্ধান্ত কৰা নাযায়। আমি সেই কাৰণে যন্ত্ৰৰ বাবে মোহান্ধ হ'ব নেলাগে। নাইবা বিবেচনাহীনৰ দৰে ইয়াৰ বিৰোধিতাও কৰিব

নেলাগে। যন্ত্ৰ গ্ৰহণ কৰা বা নকৰা নিৰ্ণয় হ'ব মাথোঁ মানৱ, উপকাৰৰ দ্বাৰাইহে।"

বিনোৱাজীয়ে আমালৈ যন্ত্ৰ সম্বন্ধে এই বাণী দিছে।

ইয়াৰ পাছত তেওঁ গাওঁ পঞ্চায়ত গঠনৰ বিষয়ে কৈছিল— "গাৱঁত পঞ্চায়ত বা সমবায় আদি অনুষ্ঠান থাকিলে নানান কাৰ্য্য পৰিচালনা কৰাত সহায় হয়। গাৱঁত যি বিলাক বস্তু কেচামালৰ, পৰা তৈয়াৰ হয় সেইবিলাক গ্ৰামবাসীয়ে ব্যৱহাৰ কৰাৰ পাছত যি বাহি হয়—এই বাহি বস্তু বিলাক ওপৰোক্ত অনুষ্ঠান বিলাকৰ জৰিয়তে অন্য গাওঁ বা নগৰলৈ পঠিয়াব পাৰি। পঞ্চায়তৰ জৰিয়তে ইয়াৰ বাহিৰেও নানন কমে কৰিব পৰা যায়।

পঞ্চায়তৰ নিয়ম আছিল: ভগবানে পাঁচজনৰ জৰিয়তে কৈছে। এটা সৰ্ব্বসম্মত মীমংসা ভগবানৰ আদেশ বুলি শ্ৰদ্ধা কৰা হ'য়। যদি পাঁচজনৰ ভিতৰত তিনিজন বা চাৰি জনেহে এটা বিচাৰ স্থিৰ কৰে—আৰু আন জনে আন ৰকমে কয়—এইটো ঈশ্বৰৰ আদেশ বুলি মান্য কৰা নহয়। এনে নোহোৱা হ'লে সংখ্যা-গৰিষ্ঠ আৰু সংখ্যা-লঘিষ্ঠৰ মাজত পাৰ্থক্য থাকিলহেতেন। সেই কাৰণে ঐক্যতা বজায় ৰাখিবলৈ মাত্ৰ ভগবানে পাঁচজনৰ জৰিয়তে কৈছে এই নিয়ম মানিব লাগে। এইদৰে আমি এটা স্থিৰ আৰু সুস্থ মীমাংসা লাভ কৰিব পাৰোঁ।"

গাৱঁত শান্তিৰক্ষাৰ অৰ্থে শান্তি সেনা গঠন সম্পৰ্কে তেওঁ

কৈছিল "দেশৰ স্বাধ্য প্ৰাপ্য পাবলৈ অহিংসা পন্থাৰে নিজৰ জীৱন পণ কৰি হলেও শান্তি সেনা দ'লে আন্দোলন চলোৱা উচিত।"

বিনোৱাজীয়ে গ্ৰামৰাজ বিষয়ে আৰু বাণী দিছিল—

"যত বিভিন্ন সমস্যা সমাধান কৰা হয় সেয়ে গ্ৰামৰাজ। আৰু যত সমস্যা কেতিয়াও নুঠে সেয়ে ৰামৰাজ।" বিনোৱাজীয়ে জনতাক সম্পত্তি দান আৰু ভূদানৰ জৰিয়তে গ্ৰামৰাজ স্থাপনৰ পৰিকল্পনা কৰি এবাৰ এই বাণী দিছিল "যদি বাইজে মীমাংসা কৰে সকলোৰে মাটিৰ ওপৰত অধিকাৰ আছে—অকল কেইজন মানেই ইয়াক দাবী কৰিব নোৱাৰে, তেন্তে চৰকাৰৰ তলা-চাবি তেওঁলোকৰ হাততে আছে বুলি বুজিব। মই এই তলা হাতুৰিৰে কোবাই খুলিব খোজা নাই—চাবিৰেহে খুলিবলৈ ইচ্ছা কৰোঁ। এইদৰে আপোনালোকে যদি মোৰ এই মিচনত সহায় কৰে তেন্তে মই সমতা ৰক্ষা কৰিব পাৰিম বা সাম্য-যজ্ঞ স্থাপন কৰাত সহায় পাম।"

সাম্যযজ্ঞৰ অৰ্থ তেওঁ তিনিটা দাৰ্শনিক মূলক ব্যাখ্যাৰে আমাক বুজাইছে। (১) কোনো ক্ষমতাই সমাজত প্ৰতিপত্তি কৰা অনুচিত। সজভাবৰ শৃঙ্খলাতহে সু-সমাজ ৰক্ষা হয়।

(২) দেশৰ উন্নতিৰ কাৰণে যি কোনো লোকে নিজৰ সকলো দক্ষতা সমাজৰ নামত উছৰ্গিব লাগে।

(৩) ব্যক্তিগত শক্তি অনুযায়ী সুসম্পন্ন কৰা নৈতিক, সামাজিক আৰু আৰ্থিক কামৰ মূল্য একে হোৱা উচিত।

এইদৰে বিনোৱাজীয়ে ভাৰতত বাপুৰ ৰামৰাজ্য বাস্তৱত স্থাপন কৰিবলৈ আগবাঢ়ি আছে।

এই গ্ৰন্থখনি লিখি থকাৰ সময়ত বিনোৱাজী ১ জানুৱাৰীৰ দিনা বিহাৰ প্ৰদেশ অতিক্ৰম কৰি বঙ্গদেশৰ সীমাত প্ৰবেশ কৰে। তেওঁ ইয়াত বাকুৰা জিলাৰ চেলতোৰা নামে এখন ঠাইত প্ৰথমে উপনীত হৈছিল। চেলতোৰাত ৪৫ মিনিত জুৰি তেওঁ বক্তৃতা দিওঁতে এবাৰ কৈছিল—"যি সকলে মাটি দান পাইছে—তাত সিমান মূল্য দিয়া নাই—যি শক্তিৰ প্ৰেৰণাত তেওঁলোকে অৰ্থাৎ দাতা সকলে এই কাৰ্য্য কৰিছে আমি তাকেহে অধিক মূল্য দিছোঁ।"

চেলতোৰাত তেওঁ তিনি জানুৱাৰী তাৰিখে কৈছিল যে গি গাওঁবিলাকৰ মাটি মাটিহীন সকলে পাব পাৰে আৰু য'ত গ্ৰাম-ৰাজ স্থাপন কৰিব পাৰি সেই তোহে তেওঁৰ আদৰ্শ। কিন্তু চৰকাৰে এখন আচনিৰ কথা ভাবিবও নোৱাৰে। তেওঁলোকে (বিনোৱাজীয়ে) স্নেহশীলচিত্তে এটি স্বাস্থ্যকৰ সহযোগীতা আৰু উৎসাহৰ সৃষ্টি কৰিবলৈ যত্ন কৰিছে—ইয়াৰ প্ৰতিকূলে নগৈ বাইজে অনুকূলে গ'লেহে এই মিচনত সহায় হ'ব। আইনৰ দ্বাৰাও অৱশ্যে এই কাম সামাধা হ'ব পাৰে। তেওঁৰ বিশ্বাস যে আইনৰ দ্বাৰা একে কাম সামাধা কৰতেকৈ ভূদানৰ জৰিয়তেহে এই কামে সুফল লাভ কৰিব পাৰিব। তেওঁৰ মতে তেওঁ ২৫ লাখ একৰ মাটি পাবলৈ আশা কৰিছে আনহাতে চৰকাৰে মাত্ৰ ৪০০,০০ একৰ পাবলৈ চেষ্টা কৰিছে।

চৰকাৰে পোৱা মাটিৰ ক্ষতি পুৰণৰ বাবে চৰকাৰে কিছু অৰ্থ মাইজক দিব লাগিব। কিন্তু ভূদানে একো দিব নেলাগে। আৰু ভূদান আন্দোলনে এই মাটিৰ উন্নতিৰ কাৰণে দাতাৰপৰা আৰু সাহায্য বিচাৰিব পাৰে। এইটোও সম্ভৱ যে চৰকাৰে যি মাটি পাইছে সেই মাটি ভাল নহয়। জমিদাৰ সকলে নিশ্চয় ভাল মাটি চৰকাৰক নিদিয়ে।"

৫৫ চনৰ ৪ জানুৱাৰী তাৰিখে বাকুৰা জিলাৰ মেজিয়াৰ এখন প্ৰাৰ্থনা সভাত বিনোৱাজীয়ে কৈছিল "বৃটিচে আমাৰ দেশত যি শিক্ষা প্ৰচলন কৰিথৈ গৈছে—ইয়াত দৈহিক শ্ৰম নাই। কাৰণ তেওঁলোকৰ শাসনকাৰ্য্য চলাবলৈ চাকৰিয়ালৰ হে আৱশ্যক আছিল। সেই ভিত্তিত সমাজখন নগৰীয়া আৰু গাৱঁলীয়া দুটা ভাগত ভাগ কৰি থৈছে "ৰোম সাম্ৰাজ্যৰ উত্থান আৰু পতন নামৰ বিখ্যাত পুথিৰ লিখক গীবনে কৈছে যে শাৰীৰিক পৰিশ্ৰমৰ অভাৱতেই সেই ৰাজ্য ধ্বংশৰ কবলত পৰিছিল।" আধ্যাত্মিক শক্তিৰ অভাৱ হলেও জাতিৰ পতন হয়। সেই শক্তিৰ বিকাশ বঙ্গদেশত হৈছিল। সেই দেশৰ চিন্তাই লোকক ডাঙৰ কথা ভাবিবলৈ আৰু সৰু সৰু কথা সুৱৰিবলৈ অনুপ্ৰেৰণা দিয়ে।"

বক্তৃতাৰ শেষত তেওঁ সকলো শ্ৰেণীৰ লোকক শাৰীৰিক পৰিশ্ৰম কৰিবলৈ আহ্বান জনায়। লগতে তেওঁৰ মিচনত সহায কৰিবলৈ অনুৰোধ জনায। ইয়াৰ পাচতো তেওঁ আধ্যাত্মিক শক্তিৰ বিষয়ে কেইবাটাও সাকৰা আৰু গভীৰ বক্তৃতা দিছিল।



ধ্যান মগ্ন বিনোবা ভাবে

## আচাৰ্য্য বিনোৱা ভাৱে

১৯৪০ চনত ভাৰত বিয়পি যি মহাসমৰ হয়—এই মহাসমৰত ভাৰতে অসহযোগ আন্দোলন চলালে—এই আন্দোলনৰ প্ৰধান নেতা হ'ল মহাত্মা মোহনচাঁদ কৰমচাঁদ গান্ধী আৰু এই আন্দোলনৰ যি জন উদ্যোগী কৰ্ম্মী হ'ল আজি ভূদান যজ্ঞৰ প্ৰধান আৰু প্ৰথম পথ-প্ৰদৰ্শক আচাৰ্য্য বিনোৱা ভাৱে। কোনেও হয়তো তেতিয়া ভুলক্ৰমেও উপলব্ধি কৰা নাছিল যে এই অতি সাধাৰণ পৰিচ্ছদেৰে আবৃত্ত হৈ থকা লাহি মানুহজনৰ অন্তৰখনত ইমানখিনি মহানুভৱতাৰ উৎস লুকায় আছে!

তেলেংগানাৰ উদ্ভৱ হোৱা জটিল পৰিস্থিতি বুজিবলৈ যাওঁতে নিজৰ অজ্ঞাতসাৰেই তেখেতে আবিষ্কাৰ কৰি পেলালে ভূদান আন্দোলন। গাৱেঁ গাৱেঁ ভ্ৰমি তেওঁ জনতাক বুজালে দেশৰ পৰিস্থিতি কেনে হ'লে তেওঁলোকে শান্তিৰে জীৱন নিৰ্ব্বাহ কৰিব পাৰিব।

বিনোৱাজীৰ মতে সমান বিতৰনেই হৈছে দানৰ অৰ্থ। যাৰ যিখিনি অতিৰিক্ত আছে সেইখিনি তেওঁতকৈ কম থকা জনক দি সমান কৰি লোৱা। আৰু সেই কাৰণেই ইয়াৰ নাম যজ্ঞ। আমি প্ৰথমে যজ্ঞক্ৰিয়া শ্ৰদ্ধাৰে সমাপন কৰোঁ। নহলে যজ্ঞৰ বাঞ্ছিত ফল প্ৰাপ্তিৰ আশা নাই। আৰু বিনোৱাজীৰ মহান যজ্ঞৰ চৰমপৰ্য্যায় লাভ কৰিবলৈ হ'লে নিঃস্বাৰ্থভাৱে নিজক আহুতি দিব লাগিব। পূৰ্ব্বে উল্লেখ কৰি অহা হৈছে যে বিনোৱাজীৱে মাটি জোৰ জুলুমৰ দ্বাৰা আহৰণ কৰাৰ

সপক্ষে নাই। দাতাই যাক মাটি দান দিব তেওঁৰ দুঃখ-সুখ অনুভৱ কৰি এই দান কৰাটো বিনোৱাজীয়ে ইচ্ছা কৰে। ব্যক্তিবিশেষৰ মাজত স্নেহেৰে বুজা পৰা হোৱাই বিনোৱাৰ আকাঙ্ক্ষা আৰু এই উদ্দেশ্যেৰে নিজে অৱহেলিত গাওঁবোৰলৈ গৈ গাওঁবাসীৰ অৱস্থা নিজ চকুৰে দেখি নিজ কাণেৰে শুনি এই বিলাক সমস্যা সমাধানৰ বিষয়ে চিন্তা কৰি ফুৰিছে। আৰু কোনো কোনো ক্ষেত্ৰত কাৰ্য্যও কৰিছে। তেওঁ আধ্যাত্মিকবাদী আছিল কিন্তু তেনেহলেও তেওঁ যুক্তিতৰ্কবিহীন নহয়। তেওঁ সকলো কাৰ্য্যৰে নিখুঁত পৰিণাম পাবৰ কাৰণে শ্ৰীমদ্ভাগৱত গীতা, ঈছপৰ গল্প, ইউক্লিডৰ জ্যামিতি পঢ়িছিল। তেওঁ কঠোৰ পৰিশ্ৰমী আৰু দৃঢ়মনা হলেও তেওঁৰ অন্তৰপদুম পাপৰিৰ দৰে কোমল আছিল। ত্যাগৰ জলন্ত প্ৰতীক আছিল তেওঁৰ জীৱনৰ আদৰ্শ আৰু দৰ্শন। একেধাৰে তত্ত্বসন্ধানী, তত্ত্বজ্ঞানী সমদৰ্শী আৰু দূৰদৰ্শী আদি বহু প্ৰতিভাৰে তেওঁ প্ৰভাবান্বিত আছিল।

নৱলব্ধ স্বাধীনতাৰ ভেটি সুদৃঢ় কৰিবলৈ দেশবাসীৰ অৱস্থা অধিকতৰ উন্নত কৰিবলৈ দেশবাসীৰ নৈতিকতা সবল কৰিবলৈ কোনো দলীয় স্বাৰ্থত ভুক্ত নহৈ বিনোৱাজীয়ে যি আদৰ্শৰে উদ্বুদ্ধ হৈ বদ ৰৰষুণ নগনি—দিনৰ পাছত দিন, মাইলৰ পাছত মাইল অতিক্ৰম কৰি জলন্ত দৃষ্টান্ত পৃথিবীত ডাঙি ধৰিলে এই আদৰ্শ পৃথিবীত বিৰল আৰু সেয়ে আজি এই খীন শৰীৰৰ বৃদ্ধ দাৰ্শনিক জনলৈ সমগ্ৰ জগতৰ দৃষ্টি পৰিছে।

আচাৰ্য্য বিনোৱা ভাবে

বিনোৱাজী! তুমি মৃত্যুঞ্জয়ী হোৱা। তোমাৰ কৰ্ম্মই ভাৰতত নতুন সূৰ্য্যৰ পোহৰ পেলাইছে। এই পোহৰৰ মৃদু পৰশত ভাৰতৰ পাহাৰে ভৈয়ামে সিচৰিত হৈ থকা মাটিত সোনালী ধাননীৰ নাচোন উঠিছে এই নাচোনত আজি সমগ্ৰ ভাৰতে আনন্দৰ ফাকু খেলিছে।

তুমি দীৰ্ঘজীৱি হোৱা—চিৰ-সুন্দৰৰ ওচৰত আমাৰ এয়ে প্ৰাণৰ মিনতি।

**সমাপ্ত**